শ্রীশ্রীগোবিন্দঃ।

# অশৌচ পালন আৰু শ্ৰাদ্ধ-পিণ্ডাদি কৰ্ম্ম সম্পৰ্কে সমালোচনামূলক অভিমত

## প্ৰস্তাৱনা

সৰ্ব্ববৰ্ণৰ দশাহ অশৌচ পালন আৰু অকল হৰিনামেৰে অন্ত্যেষ্টি ক্ৰিয়া আদি সমাপন কৰাৰ বিষয় লৈ অসমত চলি থকা আন্দোলনৰ বিষয়ে আমাৰ মতামত প্ৰকাশ কৰিবলৈ অনেক জনে কৰা অনুৰোধ ৰক্ষা কৰি আমি গত বছৰৰ আদিতে "সৰ্ব্ববৰ্ণৰ দশাহ অশৌচ পালন আৰু অকল হৰি-নামেৰে অন্ত্যেষ্টি ক্ৰিয়া সমাপন সম্পৰ্কে" আমাৰ অভিমত প্ৰকাশ কৰি এখনি সৰু পুস্তিকা প্ৰচাৰ কৰা হৈছিল। সন্তোষৰ বিষয় যে, পুস্তিকাখনিয়ে ৰাইজৰ অভূতপূৰ্ব্ব সমাদৰ লাভ কৰে আৰু অলপ দিনৰ ভিতৰতে ই আদায় হৈ যায়। ৰাইজৰ আগ্ৰহ অনুযায়ী সেই কিতাপখনি পুনৰ প্ৰকাশ কৰা হ'ব বুলি বাতৰি-কাকতৰ যোগেদি ইতিপূৰ্ব্বে আশা দিয়া হৈছিল। ইতিমধ্যে সেই কিতাপখনিৰ সপক্ষে-বিপক্ষে কেইবা-খনো সমালোচনা প্ৰকাশ হোৱাত তেনে সমালোচনা-পুস্তক

যিমানে বেছি হ'ল, সিমানেই আমাৰ পুস্তিকা বিচৰা লোকৰ সংখ্যাও বেছি হৈ উঠাত আমাৰ অভিমতটি বৰ্ত্তমান আকাৰে পুনঃ প্ৰকাশ কৰা হ'ল।

আমাৰ আগৰ পুস্তিকাখনিয়ে প্ৰাচীন মতাৱলম্বীসকলৰ প্ৰভূত উপকাৰ সাধন কৰিলে বুলি অনেক ঠাইৰ অনেক লোকৰপৰা শলাগৰ পত্ৰাদি পাই থকা হৈছে। "দশাহ-ব্যৱস্থা আৰু হৰিনাম-মাহাত্ম্য" নামৰ যি পুস্তিকাৰ ওপৰত ভিত্তি কৰি আমাৰ অভিমত প্ৰকাশ কৰা হৈছিল, সেই পুস্তিকাত উল্লেখ কৰা মতবাদৰ বিখ্যাত নেতাসকলৰ কোনোৱেই আমাৰ অভিমতৰ বিৰুদ্ধে কোনো কিতাপ-পত্ৰ লেখি আজিলৈকে একো মতামত প্ৰকাশ কৰা নাই। অসমীয়া হিন্দুসমাজে গুৰুসকলৰ—বিশেষকৈ সত্ৰীয়া গোসাঁইসকলৰ—ব্যৱস্থামতেই চিৰকাল চলি আহিছে। আমাৰ অভিমত খণ্ডন কৰি আজিলৈকে এনে অন্য কোনো সমাজ-গুৰুৱে বা গুৰু-স্থানীয় লোকেও কোনো পুস্তিকা আদি প্ৰকাশ কৰা নাই।

আমাৰ অভিমতৰ বিপক্ষসকলে আমাক শাস্ত্ৰীয় বচন আৰু ন্যায়ানুমোদিত যুক্তিৰে সমালোচনা নকৰি ব্যক্তিগত আৰু সাম্প্ৰদায়িক আক্ৰমণপূৰ্ণ আৰু তুচ্ছ-তাচ্ছীল্যসূচক ভাব-ভাষাৰে আক্ৰমণ কৰি অসমীয়া সমাজত অপৰিচিত জনদিয়েক স্ত্ৰী-পুৰুষৰ নামত বা বেনামীকৈ খনদিয়েক কিতাপ-পত্ৰ আমাৰ বিৰুদ্ধে প্ৰকাশ কৰি আমাক হেয় প্ৰতিপন্ন কৰিবলৈ যথাসাধ্য অপচেষ্টা কৰিছে। এনে প্ৰকাৰৰ নিন্দা-তিৰস্কাৰ আৰু ঠাট্টা-



বিদ্ৰূপৰ ভাষাৰ কিতাপ-পত্ৰৰ উত্তৰ দিবলৈ যোৱাটো ভদ্ৰোচিত বা বৈষ্ণৱোচিত কাৰ্য্য নহব বুলি বহু বিজ্ঞলোকৰপৰা পৰামৰ্শ পোৱাত আৰু আমি নিজেও তেনেবিধৰ প্ৰত্যুত্তৰ দানৰ যোগ্য নহওঁ বুলি ভাবি, তেনে কাৰ্য্যৰপৰা বিৰত হৈ থকা হৈছে আৰু আমাৰ স্বপক্ষীয়সকলকো বিৰত হৈ থাকিবলৈ অনুৰোধ জনোৱা হৈছে।

"তিৰস্কৃতা বিপ্ৰলব্ধাঃ শপ্তাঃ ক্ষিপ্তা হতা অপি।
নাস্য তৎ প্ৰতিকুৰ্ব্বন্তি তদ্ভক্তাঃ প্ৰভৱোঽপি হি॥"

(শ্ৰীমদ্ভাগৱতম্ ১১৷৮৷৪৮)

এই বচনটিকে মহাপুৰুষ শ্ৰীশঙ্কৰদেৱেও উদ্ধৃত কৰি উপদেশ দিছে,—

"নিন্দাবাদ অৱজ্ঞা কৰয় মহন্তক।
যদ্যপি মাৰয় হাতে বিষ্ণু-ভকতক॥
পাবন্তে নকৰে প্ৰতিকাৰ সাধুজনে।
ক্ষমাশীল শান্ত ক্ৰোধ নুপজয় মনে॥"৫১৬

(ভক্তি-ৰত্নাকৰ)।

আমাৰ প্ৰতিবাদকাৰীসকলে শাস্ত্ৰীয় প্ৰমাণেৰে সৰ্ব্ববৰ্ণৰ দশাহ অশৌচ পালন আৰু অকল হৰি-নামেৰেই শ্ৰাদ্ধাদি কাৰ্য্য কৰিব পৰাটো শাস্ত্ৰ-সিদ্ধ বুলি প্ৰমাণিত কৰিব পৰা নাই। তেওঁলোকে ন্যায়সঙ্গত যুক্তিৰে আৰু ভদ্ৰতাসুলভ ভাষাৰে আমাৰ মত খণ্ডন নকৰি আমাক স্বাভিৰুচিৰে ঠাট্টা-বিদ্ৰূপ, নিন্দা-তিৰস্কাৰ যথেষ্ট কৰিছে। আমাৰ অভিমতটিৰ দ্বাৰা আমি

তেনে প্ৰকাৰৰ নিন্দা-তিৰস্কাৰৰ যোগ্য হৈছোঁ। নে নাই বিচাৰৰ ভাৰ ৰাইজৰ হাতত দিয়া হ'ল।

দশাহ মত প্ৰথমতে ওলোৱাৰপৰা আজিলৈকে সিপক্ষৰ মত সমৰ্থন কৰি কিমান যে কিতাপ-পত্ৰ ওলাব লাগিছে তাৰ ইয়ত্তা নাই। এনে কি, আমি যিখনি কিতাপৰ ওপৰত অভিমত প্ৰকাশ কৰি আমাৰ কিতাপখনি লিখিছিলোঁ, সেইখনিয়েই একে বছৰতে দুবাৰো ছপা হৈ গল—এবাৰ গোলাঘাটৰ "যন্ত্ৰমণি প্ৰেছ"ৰপৰা আৰু আন বাৰ যোৰহাটৰ "অন্নদা প্ৰিণ্টিং হাউছ"ৰপৰা। আমি যোগী, সিদ্ধ, যুগ-নায়ক, মহাত্মা বা মহাপুৰুষ বোলাই নতুন ধৰ্ম্ম প্ৰচাৰ বা পৌৰাণিক সনাতন ধৰ্ম্ম সংস্কাৰ কৰি দেশত নাম ৰাখি থৈ যোৱাৰ দুৰাকাঙ্ক্ষাৰ ভাব অন্তৰত লৈ সমালোচনাখনি লিখি প্ৰকাশ কৰা নহৈছিল। আমাৰ লগৰে আৰু একে বংশৰে এগৰাকী বয়োবৃদ্ধ চাৰি-সত্ৰীয়া গোসাঁয়ে তেখেতৰ সত্ৰৰ ঐতিহ্য আৰু চিৰাচৰিত মতৰ বিপৰীতে এটি নতুন মতবাদ প্ৰচাৰ কৰা দেখি আৰু বিশেষকৈ তথাকথিত এঘাৰদিনীয়া মতবাদ প্ৰচাৰিত হৈ যোৱাৰ প্ৰায় ১৫ বছৰৰ পিছতো তেখেতৰ নামে নতুনকৈ কিতাপ প্ৰকাশ কৰি আকৌ এই নব্য মতবাদ, আনততো কথাই নাই, আমাৰ সত্ৰৰ শিষ্য-প্ৰশিষ্যৰ মাজতো প্ৰচাৰ কৰি আমাৰ সমাজত বিশৃঙ্খলা লগোৱাত অনেকে আমাৰ মতামত জানিবলৈ বিচৰা দেখিহে আমি বাধ্য হৈ আমাৰ অভিমত প্ৰকাশ কৰিছিলোঁ। তেনে কৰা বাবে আমি সিসকলৰ অপ্ৰিয় হৈ



উঠিলেও আমি নিষ্ক্ৰিয় হৈ থকাটো উচিত বুলি ভাবিব পৰা নাই।

সৰ্ব্ববৰ্ণৰে দশাহ অশৌচ পালনৰ সমৰ্থকসকলে ইতিপূৰ্ব্বে "কীৰ্ত্তন-ঘোষা", "নাম-ঘোষা" আদি নাম-ধৰ্ম্মমূলক পুথিসমূহৰ পদ-পয়াৰেৰে সৰ্ব্ববৰ্ণৰ দশাহ অশৌচ প্ৰমাণ নকৰি পুৰাণ, সংহিতা আৰু স্মৃতিৰ সংস্কৃত শ্লোকেৰে প্ৰমাণ কৰিবলৈ যত্ন কৰা দেখি, আমিও সেই সেই পুৰাণ, সংহিতা স্মৃতি আদিৰ সংস্কৃত শ্লোকবিলাক উল্লেখ কৰি সৰ্ব্ববৰ্ণৰ দশাহ অশৌচ যে শাস্ত্ৰ-সম্মত নহয়, তাকে শাস্ত্ৰীয় যুক্তি-প্ৰমাণেৰে সমালোচনা কৰি লিখিছিলোঁ। সৰ্ব্ববৰ্ণৰ দশাহ অশৌচ ব্যৱস্থাত উল্লিখিত সৰ্ব্ববৰ্ণ অৰ্থাৎ ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ বৰ্ণই আমাৰ সমালোচনাৰো বিষয়-বস্তু। আমি আমাৰ ব্যৱস্থাত নতুনকৈ কোনো বৰ্ণ বা জাতিৰ সৃষ্টি বা নিৰ্ব্বাচনো কৰিব খোজা নাই, অসমৰ কোন জাতৰ লোক কোন বৰ্ণভুক্ত আমি তাকো ক'বলৈ যোৱা নাই।

## বেদ-শ্ৰুতি-স্মৃতি-পুৰাণ আদি শাস্ত্ৰৰ প্ৰামাণিকতা

যিবিলাক শাস্ত্ৰৰ ওপৰত ভিত্তি কৰি আমাৰ অভিমত প্ৰকাশ কৰা হৈছে, সেই বিষয়ে আমি জয়ে জয়ে এবাৰ কবলৈ আগ বাঢ়িলোঁ।

বেদেই হিন্দু-ধৰ্ম্মৰ মূল ভিত্তি। "বেদপ্ৰণিহিতো ধৰ্ম্ম অধৰ্ম্মস্তদ্বিপৰ্য্যয়ঃ"—অৰ্থাৎ বেদে বিধান কৰায়ে ধৰ্ম্ম, তাৰ

বিপৰীতেই অধৰ্ম্ম। হিন্দুৰ যি কোনো কৰ্ম্ম বোলক সকলো বেদমূলক। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে "ভক্তি-ৰত্নাকৰ"ত উদ্ধৃত কৰিছে,—

"সত্যং সত্যং পুনঃ সত্যং যুক্তিমদ্বিদুৰোহব্ৰবীৎ
নাস্তি ৱেদাৎ পৰং শাস্ত্ৰং ন দেৱঃ কেশৱাৎ পৰঃ ॥"
"সত্যে সত্যে সত্যে কহিলোঁ হো সাৰেসাৰ।
কেশৱত পৰে দেৱ শ্ৰেষ্ঠ নাহি আৰ ॥
নাহিকয় শাস্ত্ৰ আৰু বেদত অপৰ।" ১৮১

তেখেতে "কীৰ্ত্তন ঘোষা"ৰ নামাপৰাধত বেদ-নিন্দা কৰাটো নাম-ধৰ্ম্মৰ এটি প্ৰধান অপৰাধ বুলি লিখিছে। মহাপুৰুষ শ্ৰীমাধৱদেৱে "নাম-ঘোষা"ত "বেদ-ব্যৱহাৰ কদাচিতো নলঙ্ঘয়" বুলি মহন্তৰ লক্ষণ প্ৰকাশ কৰি থৈ গৈছে। বেদৰ এটি নাম হৈছে "শ্ৰুতি"। "শ্ৰুতিস্তু ৱেদো ৱিজ্ঞেয়ঃ"—মনু-সংহিতা। শ্ৰীমদ্ভাগৱতৰ দশম স্কন্ধৰ "বেদস্তুতি" অধ্যায়ত বেদক "শ্ৰুতি" বুলিহে মূলৰ শ্লোকত উল্লেখ কৰা হৈছে। পদ্ম-পুৰাণৰ স্বৰ্গ-খণ্ডত থকা নামাপৰাধৰ ভিতৰত "শ্ৰুতি-শাস্ত্ৰ-নিন্দনং" বুলি লিখা নামৰ অপৰাধটিৰ কথা মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে "বেদকো জানি নিন্দে কতো বেলা" বুলি অনুবাদ কৰিছে।

"গৰুড়-পুৰাণ"ত আছে,—

"শ্ৰুতিঃ স্মৃতিঃ সদাচাৰো যঃ কশ্চিদ্বেদকৰ্ত্তৃকঃ।
ৱেদাঃ স্মৃতা ব্ৰহ্মণাদৌ ধৰ্ম্মা মন্বাদিভিঃ সদা ॥"১০৭।২

অৰ্থাৎ "শ্ৰুতি, স্মৃতি আৰু সদাচাৰ এই সকলোৱেই বেদমূলক;



আদিতে ব্ৰহ্মাই বেদসমূহ স্মৰণ কৰি ৰাখিছিল, পিছত মনু আদিয়ে ধৰ্ম্ম-শাস্ত্ৰত তাকে প্ৰকাশ কৰে"। মনু-সংহিতাতো এই কথাকেই কোৱা হৈছে,—

"ইদং শাস্ত্ৰং তু কৃত্বাঽসৌ মামেৱ স্বয়মাদিতঃ"—

অৰ্থাৎ "আদিতে ব্ৰহ্মাই এই শাস্ত্ৰ প্ৰণয়ন কৰি মোক (মনুক) যথাবিধি অধ্যয়ন কৰাইছিল"। আকৌ কোৱা হৈছে,—

"যঃ কশ্চিৎ কস্যচিদ্ধৰ্ম্মো মনুনা পৰিকীৰ্ত্তিতঃ।
স সৰ্ব্বোঽভিহিতো ৱেদে সৰ্ব্বজ্ঞানময়ো হি সঃ ॥"

অৰ্থাৎ মনুৱে যিবিলাক ধৰ্ম্মৰ কথা কৈছে, সেই সকলোকে বেদত কোৱা হৈছিল, মনু সৰ্ব্বজ্ঞানময় আছিল।

আমি মনু-সংহিতাৰ নাম উল্লেখ কৰা দেখি আমাৰ বিৰুদ্ধ সমালোচকসকলৰ কোনো কোনোৱে মনু-সংহিতাত শূদ্ৰৰ সম্পৰ্কে লিখা কোনো কোনো বচনলৈ আঙুলিয়াই মনুৰ ধৰ্ম্ম-শাস্ত্ৰ হেয় প্ৰতিপন্ন কৰিবলৈ যত্ন কৰিছে। কিন্তু শ্ৰীৰামচন্দ্ৰই তেওঁৰ যুগৰ প্ৰচলিত ধৰ্ম্মানুযায়ী শূদ্ৰ তপস্বী এজনক হত্যা কৰিছিল বুলি ৰাম-নাম লবলৈ এৰাটি যেনেকুৱা কাৰ্য্য হ'ব, পৰবৰ্ত্তী কালত অপ্ৰচলিত হৈ পৰা বচন কেইটিমান উদ্ধৃত কৰি তালৈ আঙুলিয়াই গোটেই মনু-সংহিতাখনিকে অৱজ্ঞা কৰিবলৈ যোৱাটিও তেনে কাৰ্য্যই হ'ব। ব্ৰহ্মাৰ পিছত মনুৱেই প্ৰধান ধৰ্ম্মবক্তা। শ্ৰীমদ্ভাগৱতৰ একাদশ স্কন্ধত শ্ৰীকৃষ্ণই উদ্ধৱক কৈছে "পুংসাং স্বায়ম্ভুৱো মনুঃ" অৰ্থাৎ পুৰুষ-

সকলৰ ভিতৰত শ্ৰেষ্ঠ পুৰুষ স্বায়ম্ভুব মনু মহেই। বাৰ-বৈষ্ণৱৰ লেখতো মনু পৰিছে। তৃতীয় স্কন্ধ ভাগৱতত মহাভক্ত মৈত্ৰেয়ই বিদুৰৰ আগত মনুৰ বিষয়ে বহলাই কৈছে। মনুৱে মুনিসকলৰ আগত ধৰ্ম্মব্যাখ্যা কৰা সম্পৰ্কে তাত মৈত্ৰেয়ই কৈছে,

"যঃ পৃষ্টো মুনিভিঃ প্ৰাহ ধৰ্ম্মান্ নানাবিধান্ শুভান্।
নৃণাং ৱৰ্ণাশ্ৰমাণাঞ্চ সৰ্ব্বভূতহিতঃ সদা॥"৩।২২।৩৮

অৰ্থাৎ "মুনিসকলে সোধাত সদায় প্ৰাণীসকলৰ হিতকাৰী মনুৱে মানৱসকলৰ আৰু বৰ্ণ শ্ৰমসমূহৰ নানাবিধ শুভধৰ্ম্ম-বিলাক উপদেশ দিছিল"। এই কথাৰ লগত ওপৰত উল্লেখ কৰা মনু-সংহিতাৰ কথা মিলে। হিন্দুশাস্ত্ৰ সমূহৰ ভিতৰত মনুৰ শ্ৰেষ্ঠতা অনেক স্থলত উল্লেখ কৰা দেখিবলৈ পোৱা যায়। সকলো স্মৃতিৰ ভিতৰত মনুৰেই পুৰণি। "দশাহ ব্যৱস্থা আৰু হৰিনাম-মাহাত্ম্য"ৰ ব্যৱস্থাপকেও মনুৰ বচন উদ্ধৃত নকৰাকৈ থকা নাই।

মনু-সংহিতাকে আদিকৰি সংহিতাবিলাককে "স্মৃতি" বোলা হয়। "ধৰ্ম্মশাস্ত্ৰস্তু ৱৈ স্মৃতিঃ" (মনু-সংহিতা)। এই স্মৃতি-বিলাক বেদতুল্য। "গৰুড়-পুৰাণ"ত শ্ৰীকৃষ্ণই গৰুড়ক কৈছে,—

"সম্যগ্বিভেদৰহিতং শ্ৰুতিস্মৃতিসমুদ্ধৃতম্" অৰ্থাৎ বেদত যি আছে শ্ৰুতি-স্মৃতিতো তাকে উদ্ধৃত কৰা হৈছে, গতিকে বেদ আৰু সংহিতাৰ প্ৰাৰ্থক্য একো নাই। ইয়াৰ অন্য প্ৰমাণ "অগ্নি পুৰাণ"তে পোৱা যায়। যথা,—



"তুল্যাৰ্থানাং ৱিকল্পঃ স্যাদ্‌যাগমূলঃ প্ৰকীৰ্ত্তিতঃ।
ৱেদেতু ৱিহিতো ধৰ্ম্মঃ স্মৃতৌ তাদৃশ এৱ চ॥
অনুৱাদং স্মৃতিং সূতে ধৰ্ম্মাৰ্থানিতি মানৱাঃ।
গুণাৰ্থঃ পৰিসংখ্যাৰ্থো ৱানুৱাদো ৱিশেষতঃ॥"

অৰ্থাৎ "বেদত যি ধৰ্ম্ম যিৰূপে বিহিত হৈ আছে, স্মৃতিতো সেই ধৰ্ম্ম সেইৰূপেই কোৱা হৈছে; ধৰ্ম্ম-কাৰ্য্যৰ নিমিত্তে স্মৃতি বেদৰেইহে অনুবাদ"।

"গৰুড়-পুৰাণ"ত শ্ৰীকৃষ্ণই কৈছে "গৃহস্থানাং স্মৃতো ধৰ্ম্মঃ" অৰ্থাৎ গৃহস্থসকলে স্মৃতিত উল্লেখ কৰা ধৰ্ম্মৰে অনুসৰণ কৰিব।

পুৰাণবিলাকো বেদৰেই অঙ্গ। শ্ৰীমদ্ভাগৱত, ছান্দোগ্য-উপনিষদ আদি অনেক শাস্ত্ৰত পুৰাণক পঞ্চম বেদ বুলি কোৱা হৈছে। "ইতিহাসপুৰাণানি পঞ্চমং ৱেদমীশ্বৰ"—শ্ৰীমদ্ভাগৱতম্ ৩।১২।৩৯। ছান্দোগ্য-উপনিষদৰ মন্ত্ৰত আছে "স হোৱাচ ঋগ্বেদং ভগৱোঽধ্যেমি যজুৰ্ব্বেদং সামৱেদমাথৰ্ব্বণং চতুৰ্থমিতিহাসপুৰাণং পঞ্চমং ৱেদানাং ৱেদম্"। অথৰ্ব্ব-বেদতো বেদৰ লগতেই পুৰাণৰ উল্লেখ কৰা আছে, "ঋচঃ সামানি ছন্দাংসি পুৰাণং যজুষা সহ"। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে "কীৰ্ত্তন-ঘোষা"ত লিখিছে যে, ব্যাস-অৱতাৰে মানুহবিলাক অল্পমতি হৈ বেদ বুজিব নোৱৰা হোৱা দেখি চাৰিও বেদৰ অনেক শাখা কৰি বিস্তৰ পুৰাণ ভাৰত শাস্ত্ৰ ৰচনা কৰিলে—

"ব্যাস নামে ভৈলা সত্যৱতীৰ সন্ততি।
দেখিলাহা লোক ভৈল অতি অল্পমতি॥

ক ৰিলা অনেক শাখা চাৰিও বেদৰ।
পুৰাণ ভাৰত শাস্ত্ৰ নিৰ্ম্মিলা বিস্তৰ ॥"

"শাস্ত্ৰ" শব্দ সংস্কৃত "শাস্" ধাতুৰ পৰা ওলাইছে। বেদ আদি যিবিলাক পুথিৰ বাক্যৰ দ্বাৰা আমি "শাসিত" হৈ আহিছোঁহক সেইবিলাককে "শাস্ত্ৰ" বোলা হয়।

যি বেদ, পুৰাণ, সংহিতাৰ অনুশাসনেৰে হেজাৰ হেজাৰ বৰ্ষ অতিক্ৰম কৰি আজি পৰ্য্যন্ত হিন্দু-সমাজ শাসিত হৈ চলি আহিছে, যিবিলাক শাস্ত্ৰই সনাতন হিন্দু-ধৰ্ম্মৰ আদিম সভ্যতাৰ চূড়ান্ত নিদৰ্শন দিছে, যিসকলক অৱতাৰী বা মহাপুৰুষ বুলি আমি অভিহিত কৰোঁ, আৰু যিসকলৰ আদৰ্শ-উপদেশকে সাৰোগত কৰি লৈ সিসকলৰ নিৰ্দ্ধাৰিত পন্থানুসৰণ কৰি আহিছোঁহক, সেই মহাপুৰুষসকলেও যিবিলাক শাস্ত্ৰৰ অনুশাসন ৰক্ষা কৰি গৈছে, সেই শাস্ত্ৰবিলাকক যিসকলে পক্ষপাত দোষত দোষী বা অগ্ৰাহ্য কৰিব পাৰে সেইসকলক ক'বলৈ আমাৰ একো নাই।

## দশাহ-ব্যৱস্থা

গৰুড়-পুৰাণৰ "সৰ্ব্বেষামেৱ বৰ্ণানাং" আদি এই শ্লোকটিৰ ওপৰত ভিত্তি কৰিয়েই দশাহ-ব্যৱস্থা চলোৱা হৈছে। আমি সেই শ্লোকটিৰ প্ৰকৃত অৰ্থ কি হ'ব পাৰে সেই কথা ব্যাখ্যা কৰি আৰু সেই শ্লোকৰ "কলৌ শাস্ত্ৰস্য নিশ্চয়ঃ" অৰ্থাৎ কলিত শাস্ত্ৰৰ এয়ে সিদ্ধান্ত বোলা কথাৰ যথাৰ্থ প্ৰতিপন্ন



কৰিবলৈ গৈ অন্যান্য শাস্ত্ৰসমূহৰ এই সিদ্ধান্তজনক বচনসমূহ উদ্ধৃত কৰি, সকলো ব্যৱস্থা-দাতা ঋষি আৰু পণ্ডিতেই আমাৰ ব্যাখ্যাকে যে সমৰ্থন কৰে তাকে দেখুৱাইছিলোঁ। কোৱা বাহুল্য যে, আমাৰ প্ৰতিবাদকাৰীসকলে আমাৰ ব্যাখ্যা ভুল বুলি বুজাব পৰাকৈ কোনো শাস্ত্ৰীয় প্ৰমাণকে উদ্ধৃত কৰিব পৰা নাই। গতিকে সেই বিষয়ে বৰ্ত্তমান পুস্তিকাত বেছি বঢ়াই লিখিবলৈ যত্ন নকৰি প্ৰসঙ্গ ক্ৰমে কেৱল দুই-এষাৰ কথাহে যোগ দিয়া হৈছে।

## তৰ্ক-বিতৰ্কৰ মূল বিষয়

এতিয়া দেখা গৈছে মুল তৰ্কৰ বিষয় হৈছে গৈ শ্ৰাদ্ধ-পিণ্ডাদি অন্ত্যেষ্টি কৰ্ম্ম। দশাহ অশৌচ পালনকাৰীসকলৰ এদলে শ্ৰাদ্ধ-পিণ্ডাদি কৰ্ম্ম একেবাৰে পৰিত্যাগ কৰি অকল হৰি-নাম গোৱাই তিলনি, দহা, সপিণ্ডীকৰণ আদি সকলো অন্ত্যেষ্টি কৰ্ম্ম সম্পাদন কৰিবলৈ ধৰিছে আৰু মাহেকীয়া অশৌচ পালন কৰোতাসকলে (আৰু দশাহ অশৌচ পালন কৰোতাসকলৰো এদলে) ব্ৰাহ্মণ লগাই প্ৰাচীনমতেই সেইবিলাক কৰ্ম্ম কৰিব লাগিছে। বৰ্ত্তমান শ্ৰাদ্ধাদি বামুণীয়া কৰ্ম্ম এৰা-ধৰা লৈয়ে বাদ-বিসংবাদ তুমুল হৈ উঠিছে। সেই দেখি আমি সেইবিষয়ে কিছু কথা বহলাই লিখি ৰাইজক জনাবলগীয়া হ'ল।

শ্ৰাদ্ধ-পিণ্ডাদি হৈছে গৃহস্থ-ধৰ্ম্মীয়ে কৰিবলগীয়া নিত্য-নৈমিত্তিক কৰ্ম্মৰ ভিতৰৰ অৱশ্যকৰ্ত্তব্য কৰ্ম্ম। এতিয়া এই গৃহস্থ-ধৰ্ম্ম সম্পৰ্কে শাস্ত্ৰৰ বিহিত কি দেখা যাওক।

## গৃহস্থ-ধৰ্ম্ম

গীত-ভাগৱত আদি সকলো শাস্ত্ৰয়ে চাৰি আশ্ৰমৰ* উপযোগী ধৰ্ম্ম বিহিত কৰিছে। বৰ্ত্তমান কলিযুগত গৃহাশ্ৰম-ধৰ্ম্মকেই প্ৰাধান্য দিয়া হৈছে। আগৰ মহাপুৰুষসকলে গৃহাশ্ৰম-ধৰ্ম্ম পালন কৰি হৰি-ভক্তি আচৰণ কৰি লৈ পথ প্ৰদৰ্শন কৰি গৈছে মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ পিছত শ্ৰীমাধৱদেৱ, শ্ৰীদামোদৰদেৱ, শ্ৰীবংশী-গোপালদেৱ, শ্ৰীহৰিদেৱ আতা প্ৰভৃতি একেবাৰে বিষয়-বিৰক্ত হৈছিল যদিও সিসকলে গৃহাশ্ৰম ত্যাগ কৰি সন্ন্যাসী বা বানপ্ৰস্থী হৈ লোকসঙ্গ পৰিত্যাগ কৰি নিৰ্জ্জন-বাস বা উদ্ধৱৰ দৰে বদৰিকাশ্ৰমৰ নিচিনা অৰণ্য-বাস কৰাগৈ নাছিল। তেৰাসকলে গৃহস্থৰ দৰেই জীৱন-যাপন কৰি একান্ত মান মহাধৰ্ম্মৰ প্ৰচাৰ সাধন কৰিছিল। গৃহস্থীৰ আদৰ্শৰেই শ্ৰীশঙ্কৰদেৱে সাংসাৰিক ধৰ্ম্ম পালন কৰিছিল বুলি চৰিত্ৰত লিখা আছে। গৃহস্থ-ধৰ্ম্মত থাকিলে পিতৃ-মাতৃ, ভাৰ্য্যা-মিত্ৰ পুত্ৰ-ভৃত্য এইসকলৰ প্ৰতি শাস্ত্ৰৰ নিৰ্ব্বন্ধমতে অৱশ্যকৰণীয় নিত্য-নৈমিত্তিক ধৰ্ম্ম-কৃত্য কৰিবই লাগিব। শ্ৰীমদ্ভাগৱতৰ সপ্তম স্কন্ধত মহাভক্ত ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ প্ৰশ্নৰ* উত্তৰত মহাভাগৱত-ধৰ্ম্মৰ মুখ্য বক্তা, বিষ্ণুৰ অৱতাৰ মহৰ্ষি নাৰদে কৈছে যে, গৃহস্থী লোকে গৃহস্থ-আশ্ৰমৰ কৰ্ম্ম ত্যাগ কৰিলে অধম হয়, ঈশ্বৰৰ মায়াৰ দ্বাৰা মোহিত এনে স্বধৰ্ম্মত্যাগী অধম লোকক ধীৰসকলে কৃপা কৰি উপেক্ষা কৰিব।— ("গৃহস্থস্য ক্ৰিয়াত্যাগো········আশ্ৰমাপসদা হ্যেতে খল্বাশ্ৰম ৱিড়ম্বনাঃ। দেৱমায়াৱিমূঢ়াংস্তানুপেক্ষেতানুকম্পয়া॥" শ্ৰীমদ্ভাগৱতম্ ৭।১৫।৩৮—৩৯)।

শ্ৰীকৃষ্ণ ভগৱন্তই একাদশ স্কন্ধ ভাগৱতত গৃহাশ্ৰম ধৰ্ম্মী-সকলৰ কৰ্ত্তব্য সম্পৰ্কে কৈছে,—

"ৱেদাধ্যায়-স্বধা-স্বাহা বল্যন্নাদৈৰ্যথোদয়ম্।
দেৱৰ্ষি-পিতৃ-ভূতানি মদ্ৰূপাণ্যন্বহং যজেৎ॥"
"কৰ্ম্মভিৰ্গৃহমেধীয়ৈৰিষ্ট্বা মামেৱ ভক্তিমান্ তিষ্ঠেৎ।"

---

* চাৰি আশ্ৰম যথা,—(১) ব্ৰহ্মচৰ্য্য (এই আশ্ৰম-ধৰ্ম্ম মতে উপনয়নৰ পিছত ব্ৰহ্মচৰ্য্য-ব্ৰত ধৰি বেদ-শাস্ত্ৰ অধ্যয়ন কৰি গুৰু-কুলত বাস কৰিবগৈ লাগে), (২) গাৰ্হস্থ্য (এই আশ্ৰম-ধৰ্ম্ম মতে ব্ৰহ্মচৰ্য্যৰ পিছত বিয়া-বাৰু কৰাই লৰা-তিৰোতাৰে সৈতে গৃহ-বাস কৰি নিত্য-নৈমিত্তিকাদি ধৰ্ম্ম-কৰ্ম্ম আচৰণত থকা হয়), (৩) সন্ন্যাস (এই আশ্ৰম-ধৰ্ম্ম মতে গৃহবাসী কৰ্ম্মী জীৱন ত্যাগ কৰি সন্ন্যাসী হোৱা যায়, আৰু (৪) বান-প্ৰস্থ (এই আশ্ৰম-ধৰ্ম্ম মতে একেবাৰে সংসাৰ-ধৰ্ম্মৰ পৰা বাহিৰ হৈ সকলো সঙ্গ পৰিত্যাগ কৰি গাঁৱতকৈয়ো দূৰৰ বনলৈ গৈ তাত বন্য-জাত ফল-মূল আদি খাই, গছৰ বাকলি পিন্ধি যোগ সাধন কৰি শেষ জীৱন যাপন কৰিব লাগে আৰু অন্তিম কালত স্বকীয় অগ্নিয়েই সময়ত নিজৰ দেহা পুৰিব পৰাকৈ অগ্নি প্ৰজ্বলিত কৰি পৰমব্ৰহ্মত নিজ আত্মাক সমাধিস্থ কৰি দেহত্যাগ কৰিব লাগে।

* যুধিষ্ঠিৰে কৰা প্ৰশ্ন হৈছে,—

"গৃহস্থ এতাং পদৱীং ৱিধিনা যেন চাঞ্জসা।
যায়াদ্দেৱ ঋষে ব্ৰূহি মাদৃশো গৃহমূঢ়ধীঃ" ॥

অৰ্থাৎ "হে দেৱৰ্ষি মোৰ নিচিনা গৃহাসক্ত গৃহস্থই যি বিধৰ ধৰ্ম্মাচৰণ কৰি অনায়াসে পূৰ্ব্বোক্ত মোক্ষ-মাৰ্গলৈ যাব পাৰে, সেইকথা মোক কওক।"

অৰ্থাৎ "গৃহস্থী লোকে প্ৰতিদিনে মোৰ স্বৰূপ ঋষিসকল, পিতৃসকল, দেৱতাসকল, ভূতসকল আৰু মনুষ্যসকলৰ পূজা কৰিব। মোৰ প্ৰতি ভক্তিমান গৃহস্থই গাৰ্হস্থ্যাশ্ৰমযোচিত কৰ্ম্মসমূহৰ দ্বাৰা মোৰ অৰ্চ্চনা কৰি গৃহবাস কৰি থাকিব"। এইটি মন কৰিব লগীয়া যে উক্ত শ্লোকত দেৱতাসকল, ঋষিসকল, পিতৃসকল, ভূতসকল আৰু মনুষ্যসকলক "মদ্ৰূপানি" অৰ্থাৎ ঈশ্বৰ কৃষ্ণৰে স্বৰূপ বুলি ভগৱন্তই নিজমুখে কৈছে।

শ্ৰীকৃষ্ণ ভগৱন্তই একাদশ স্কন্ধত উদ্ধৱক কৈছে,—

"ইতি স্বধৰ্ম্মনিৰ্ণিক্তসত্ত্বো নিৰ্জ্জাতমদ্গতিঃ।
জ্ঞানবিজ্ঞানসম্পন্নো ন চিৰাৎ সমুপৈতি মাম্।
বৰ্ণাশ্ৰমৱতাং ধৰ্ম্ম এষ আচাৰলক্ষণঃ।
স এৱ মদ্ভক্তিযুতো নিঃশ্ৰেয়সকৰঃ পৰঃ॥
এতত্তেঽভিহিতং সাধো ভৱান্ পৃচ্ছতি যচ্চ মাম্।
যথা স্বধৰ্ম্মসংযুক্তো ভক্তো মাং সমিয়াৎ পৰম্॥
—শ্ৰীমদ্ভাগৱতম্ ১১।১৮।৪৬—৪৮।

অৰ্থাৎ "তেওঁ (গৃহস্থাদি বৰ্ণাশ্ৰমী) পূৰ্ব্বোক্ত স্বধৰ্ম্মানুষ্ঠানৰদ্বাৰা শুদ্ধচিত্ত হয়, তাৰ পিছত মোৰ ৰূপ-গুণাদি যথাযথৰূপে অৱগত হয়, তাৰপিছত জ্ঞান-বিজ্ঞান সম্পন্ন হয় আৰু তাৰ পিছত পৰাভক্তি লাভ কৰি শীঘ্ৰে মোক পায়। মই যি কলোঁ এয়ে বৰ্ণাশ্ৰমী লোকসকলৰ সদগতিদাতা ধৰ্ম্ম আৰু এই ধৰ্ম্ময়ে মোৰ ৰূপ-গুণ আদিৰ শ্ৰৱণ-কীৰ্ত্তন আদি ভক্তিযুক্ত হৈ মোক্ষজনক পৰম ধৰ্ম্মত পৰিণত হয়। মনুষ্য-



সকলে কেনে প্ৰকাৰৰ স্বধৰ্ম্মান্বিত ভক্তিযুক্ত হৈ পৰমব্ৰহ্মস্বৰূপ মোক লাভ কৰিব পাৰে বুলি যি প্ৰশ্ন তুমি মোক কৰিছিলা তাৰ উত্তৰত তোমাক এই উপদেশকে দিলোঁ।"

মূল "ভক্তি-ৰত্নাকৰ"ৰ "শৰণ" অধ্যায়ত শ্ৰীশঙ্কৰদেৱে এই শ্লোক কেইটি উদ্ধৃত কৰি কেনেকৈ শৰণীয়া গৃহস্থ ভক্তই কৰ্ম্ম কৰিব লাগে সেইবিষয়ে উপদেশ দিছে,—

"হিত্বান্যদেৱতাপূজাং বলিদানাদি সৰ্ব্বশঃ।
একমেৱ ভজেৎ কৃষ্ণং সৰ্ব্বদেৱময়ং ধিয়া॥
অন্যদাপ্যন্য দেৱানাং পৃথক্ পূজাং নচাচৰেৎ।
কাম্যকৰ্ম্মনিষেধঞ্চ ন চ কুৰ্য্যাৎ কদাচন॥
নিত্য-নৈমিত্তিকঞ্চৈৱ তথাৱশ্যকমেৱচ।
গৃহাশ্ৰমী বিষ্ণু-ভক্তঃ কুৰ্য্যাৎ কৃষ্ণং স্মৰন্ ধিয়া।
এতেষু চান্য দেৱানাং যা পূজা বিধিনা স্মৃতা।
সাপি কৃষ্ণাৰ্চ্চনাৎ পশ্চাৎ কুৰ্য্যাৎ কৃষ্ণং স্মৰন্ ধিয়া॥
কৃত্বান্য দেৱতা পূজাং সকামাং বলিদানতঃ।
ভক্তিভ্ৰষ্টো ভৱেদাশু নৰকান্ন নিৱৰ্ত্ততে॥"

ইয়াৰ অৰ্থ ৺ভাগৱত মিশ্ৰই অসমীয়ালৈ ভাঙি থৈ গৈছে,—

"কেৱলে কৃষ্ণক মাত্ৰ ভজিব সৰ্ব্বথা।
ভক্তে কৰ্ম্ম কৰিবাৰ শুনিয়ো ব্যৱস্থা॥
গৃহাশ্ৰমী ভকতৰ শুনা যেন নয়।
কাম্যকৰ্ম্ম বিধিক যে তেজিব নিশ্চয়॥২৯৮

নিত্য-নৈমিত্তিক আৱশ্যক বুলি যাক।
বুদ্ধিত বিষ্ণুক স্মৰি কৰিবেক তাক ॥
যদি বোলা নিত্য-কৰ্ম্মাদিত বিধিগণ।
অন্য দেৱ পূজা কিছু কৰে নিৰূপণ ॥২৯৯
শুনিয়ো উত্তৰ কৃষ্ণ-পূজা কৰি পাছে।
হৃদয়ে কৃষ্ণক ধৰি পূজিবাক আছে ॥
আন বেলা দেৱক যে পৃথকে পূজন।
কদাচিতো মনে নকৰিব সুমৰণ ॥৩০০
কিন্তু ভাৰ্য্যা-পুত্ৰ-মিত্ৰ আনো বন্ধুগণ।
তেজি কৃষ্ণপদে যিটো পশয় শৰণ ॥
কৃষ্ণৰ কথাত মাত্ৰ সৰ্ব্বদাই ৰতি।
তাৰ কিছু কৰ্ম্ম নাহি কহিলোঁ সম্প্ৰতি ॥৩০১
অন্যদেৱ-পূজা কিন্তু নিষেধ সবাৰ।
শুনিয়োক কহোঁ আবে ফল যেন তাৰ ॥
বলি দিয়া সকামে যে আন দেৱ পূজে।
ভক্তিভ্ৰষ্ট হুয়া তুনাই সংসাৰত মজে ॥৩০২"

একালে গৃহস্থী-জীৱন যাপন কৰি পিতৃ-মাতৃৰ প্ৰতি শ্ৰদ্ধা-ভক্তি, প্ৰিয়তম-প্ৰিয়তমাসকলৰ প্ৰতি প্ৰণয় আৰু পুত্ৰ-ভৃত্যাদিৰ প্ৰতি স্নেহৰ পাশত আবদ্ধ হৈ সেইবিলাকৰ সেৱা-শুশ্ৰূষা, পোষণ-পালন আদিৰ নিমিত্তে অহোৰাত্ৰে ধন-বিত্ত ঘটাত ব্যস্ত থাকি আৰু হয়তো ধৰ্ম্মানুমোদিতভাৱেৰে ধন-ঘটিব নোৱাৰি অন্যায়-অধৰ্ম্ম আৰু দুৰ্নীতি-পৰায়ণ হৈয়ো ধন-



বিত্ত ঘটি, আন ফালেদি "সৰ্ব্বধৰ্ম্মান্ পৰিত্যজ্য" একশৰণীয়া হৈছোঁ বুলি অহঙ্কাৰী হৈ গৃহস্থ-ধৰ্ম্ম নিন্দা কৰি বৰভকত বোলাবলৈ যোৱাটি আমাৰ মহাপুৰুষসকলৰ নিৰ্দ্ধাৰিত পন্থা নহয়। সেই কাৰণে মহাপুৰুষীয়া মতে শৰণ-ভজন-অঞ্জন-উদাসীনতা আদি অনেক ক্ৰমিক সাধনাৰ দ্বাৰাহে একশৰণ ভক্তিৰ ক্ৰমোন্নতি সাধন কৰিবলৈ ব্যৱস্থা আছে। ক্ৰমে ক্ৰমে বিষয়ত বিৰক্ত হৈ উঠাৰ লগে লগে সকলো সাংসাৰিক কৰ্ম্মৰ প্ৰতি স্পৃহা আপোনা-আপুনিযেই কমি যায় আৰু তেতিয়াহে বেদ-বিহিত কৰ্ম্ম পৰিত্যাগ কৰিব পৰা হয়।

গৃহস্থীলোকে কৰ্ম্মত্যাগ কোনোমতেই কৰিব নোৱাৰে। যিসকল গৃহস্থী ভকতে নাম-ধৰ্ম্মৰ নামত কৰ্ম্মত্যাগ কৰিবলৈ ধৰে, তেওঁলোকেও নাম-ধৰ্ম্মকেই প্ৰকাৰান্তৰে নাম-কৰ্ম্মলৈ ৰূপান্তৰিত কৰিব লগীয়া হয় আৰু "দেৱতো তীৰ্থতো কৰি ভকতেসে বৰ, ভকতক ভুঞ্জালে গুচে কৰ্ম্মজড়" আৰু "ভাতৰ মুখে ভুঞ্জোঁ যেন কৰি বহ্নিৰ হোম নোহে তাঙ্কসৰি" বুলি ভুলকৈ পদমাতি দেহা প্ৰবৰ্ত্তাৰৰ নিমিত্তে ভকতক "ভুৰি ভোজন" কৰাবলৈকো ব্যৱস্থা দিবলগীয়া হয়।

চৰকাৰী বা কোম্পানীৰ চাকৰী কৰা লোকে যেনেকৈ চৰকাৰী বা কোম্পানীৰ বিধি-বিধান নমনাকৈ মইমতীয়া ধৰণে চাকৰীয়া জীৱনত চলিব নোৱাৰে, হাকিম আৰু উকীল-মুক্তিয়াৰে যেনেকৈ যিমানেই হেয়া হওক প্ৰচলিত আইনমতে নচলি নিজ অভিৰুচিমতে ন্যায়বিচাৰৰ কাৰ্য্য কৰিব নোৱাৰে,

তেনেকৈ গৃহস্থ-ধৰ্ম্মত আবদ্ধ থকা নৰে শাস্ত্ৰমতে গৃহস্থ-আশ্ৰমৰ উপযোগী বিধি-বিধানমতে নচলি নিজৰ অভিৰুচি-মতে চলিব নোৱাৰে। গৃহস্থী মানুহে "বিধিৰ কিঙ্কৰ" নহৈ থাকিব নোৱাৰে। আমি ওপৰত উল্লেখ কৰা ৩০১ সংখ্যৰ পদ অনুযায়ী যি একশৰণীয়া হৈছে, তেওঁৰ কৰ্ম্মও নাই আৰু তেওঁ কৰ্ম্মৰ বিধিও মানিব নেলাগে। চৰকাৰী বা বে-চৰকাৰী চাকৰী এৰি অহা মানুহে চাকৰীৰ বিধি-বিধান মানিবলৈ এৰাব দৰে, তেওঁ তেতিয়া ভক্তিৰ বিধি-বিধানৰ বাহিৰে কৰ্ম্মৰ বিধি-বিধান মানি চলিবৰো একো আৱশ্যকতা নেথাকে।

## প্ৰেত-কৰ্ম্মৰ ভুল ব্যাখ্যা

শ্ৰাদ্ধ-পিণ্ড-বৰ্জ্জনকাৰী প্ৰায় সকলো লিখকেই নৃসিংহ আৰু শ্ৰীকৃষ্ণই যথাক্ৰমে হিৰণ্যকশিপু আৰু কংসৰ প্ৰেতক্ৰিয়া কৰোৱাৰ অৰ্থ শৱ পোৰা, পোতা আদি কাৰ্য্য কৰোৱাটোহে বুজাইছে বুলি লিখি শাস্ত্ৰ-জ্ঞানৰ অদ্ভুত পৰিচয় দিছে। তেওঁলোকৰ এই ভ্ৰান্ত জ্ঞানৰ মূলত আছে **"দহা কামৰ বিধিৰ সমালোচনা আৰু জন্ম-বৃত্তান্ত"** নামৰ বছৰচেৰেকৰ আগতে প্ৰকাশিত হোৱা এখন কিতাপত লিখা এষাৰ কথা। সেই কিতাপৰ (১৩) আৰু (১৪) পৃষ্ঠাত সেই সম্পৰ্কে লিখা কথাষাৰৰ অলপো লৰচৰ নকৰাকৈ তলত অবিকল তুলি দিয়া হল :—

**"প্ৰথমে মানুহৰ "শ" টো চিতাত তুলি মুখাগ্নি কৰা (জুইদিয়া) মন্ত্ৰ যথা :—**



"ওঁ কৃত্বা তু দুস্কৃতং কৰ্ম্ম জানতা বাপ্য জানতা।
মৃত্যুকাল বশং প্ৰাপ্য নৰং পঞ্চত্বমাগতং ॥
ধৰ্ম্মাধৰ্ম্ম সমাযুক্তং লোভ মোহ সমাবৃতং ॥
দাহয়েৎ সৰ্ব্বগাত্ৰানি দিব্যান্ লোকান স গচ্ছতু ॥
যশ্চত্ত্বম জাতোহসি তদয় জায়তা পুনঃ।
ধুম্ৰো অশৌ স্বৰ্গয়ে লোকান স্বাহা ॥

"অৰ্থাৎ জন্মাবিধি জানি বা নজানি কৰা কৰ্ম্ম, ধৰ্ম্ম, অধৰ্ম্ম, লোভ, মোহৰ শৰীৰটি পুৰি পেলোৱা হৈছে। দেহৰ লোভ মোহ এৰিব নোৱাৰা জীৱই, দেহাটো পুৰি পেলোৱাৰ কাৰণে, ইয়াৰ আশা এৰি, ধোঁৱাৰ লগতে দেৱলোকলৈ যোৱাগৈ। যদি কেতিয়াবা আহিব খোজা তেন্তে মোতোকৈ উত্তম হৈ জন্ম ধৰিবাহি।

"এতিয়া এই প্ৰমাণমতে পঞ্চভূত দেহাৰপৰা প্ৰাণটো ওলাই যোৱাৰ পাচতে, পঞ্চভূত পঞ্চপ্ৰেত হয়। যাৰ যেনে বিধি অৰ্থাৎ নিয়ম তেনেমতে (পঞ্চপ্ৰেত অৰ্থাৎ শটো) পুৰি পেলোৱা, পুতি থোৱা বা পানীত পেলাই দিয়াটোকে প্ৰেত-কাৰ্য্য কৰা বোলে। ঠিক এইদৰেই প্ৰহ্লাদে হিৰণ্যাক্ষৰ কৃষ্ণই কংশৰ প্ৰেতকাৰ্য্য কৰিছিল *। ইয়াৰ আভাষ যজুৰ্ব্বেদৰ অন্ত্যেষ্টি ক্ৰিয়া ॥২১৬॥ লিখা আছে ; যেনে :—

* "হিৰণ্যাক্ষৰ" নে "হিৰণ্যকশিপুৰ" আৰু "কৃষ্ণই কংশৰ প্ৰেত-কাৰ্য্য কৰিছিল" নে "কৰাইছিল" হব লাগে?

"বায়ুৰনিলমমৃতমথেদং ভস্মান্তম্ শৰীৰম্।
ওঁম্ ক্রতো স্মৰ ক্লীবেস্মৰ কৃতম স্মৰ ॥১৮৪০।১৫॥

"ইয়াকে কৰাৰ পাচত মৃতকৰ হকে কৰিব লগা কাম একো নাথাকে। "যদি মোহ হুয়া, কৰে কদাচিত, ভকতিত ভ্ৰষ্ট হুই।" [দহা কামৰ বিধিৰ সমালোচনা আৰু জন্ম বৃত্তান্ত পৃঃ (১৩) (১৪)]।

আমি কৰলৈ গলে "প্রেত"ৰ এই অর্থটো কোনো কোনো লোকে "শঙ্খ-চক্র-গদা-পদ্ম কৰত তোমাৰ"ৰ অর্থত "কৰত" মানে কৰত নামে অস্ত্র বোলাৰ নিচিনাহে হৈছে। এনে ভুল অর্থ-ব্যাখ্যাৰ ওপৰতে ভিত্তি কৰিয়েই আমাৰ প্রতিবাদ কৰোঁতাসকলেও প্রেতক্রিয়াৰ অর্থ কৰিছে বুলি বুজিবলৈ অলপো টান নহয়। উক্ত মুখাগ্নি কৰা মন্ত্রত এনেকৈ "প্রেত" বুজোৱা কোনো শব্দই নাই। "পঞ্চভূত দেহাৰপৰা প্রাণটো ওলাই যোৱাৰ পাচতে পঞ্চভূত পঞ্চপ্রেত হয়" বুলি কোনো কথাকে তাত দেখা পোৱা নেযায়। বৰং "পঞ্চত্বমাগতং" আৰু "স গচ্ছতু" এই দুটা কথাই "প্রেত"ৰ অন্য অর্থহে বুজাইছে।

"প্রেত" শব্দৰ অর্থ হৈছে প্রয়াত অর্থাৎ যি প্রয়াণ কৰিলে বা গ'ল। সংস্কৃত "প্র" উপসর্গৰ যোগত গমনার্থক "ই" ধাতুত ভূতকালবাচক কৃদন্ত "ক্ত" প্রত্যয় হৈ "প্রেত" শব্দ সিদ্ধ হৈছে। আত্মা দেহধাৰী হৈ থাকিলে "জীৱাত্মা" আৰু দেহত্যাগ কৰি গ'লে "প্রেতাত্মা" নামেৰে অভিহিত হয় আৰু চমুকৈ জীৱাত্মাক 'জীৱ' আৰু প্রেতাত্মাক 'প্রেত' বোলা হয়। আত্মাই দেহ-ত্যাগ কৰি প্রয়াণ কৰাৰ পিছত থাকি যোৱা দেহ 'প্রেত'



হব পাৰে তেনেকৈ কোনো যুক্তিৰেই বুজিব নোৱাৰি। দেহাই আকৌ কলৈ প্রয়াণ কৰিব? কোনেও পোৰা, পোতা বা নৈত উটুৱাই নিদিলেও, মৃত দেহা য'তে পৰি থাকে ত'তেই দেখোন সেই ঠাইতে পঞ্চভূতত লয় পাব, সি আঁতৰলৈ প্রয়াণ কৰিবৰ আৱশ্যকেই নাই।

প্রেততত্ত্ব সম্পর্কে "গৰুড় পুৰাণ" এখনি প্রধান শাস্ত্র। এই পুথিৰ ক'তো প্রেত শব্দৰ অর্থত দেহাত থকা পঞ্চভূতেই পঞ্চপ্রেত হয় বুলি উল্লেখ কৰা নাই। বৰং মৃত্যুৰ পিছত আত্মাইহে প্রেতবাচক হয় বুলি তলত দিয়া শ্লোকবিলাকৰপৰা স্পষ্টকৈ জানিব পাৰি;—

(১) "যে কেচিৎ প্রেতৰূপেণ বর্ত্তন্তে পিতৰো মম।
তে সৰ্ব্বে তৃপ্তিমায়ান্তু পিণ্ডদানেন সৰ্ব্বদা॥"

(২) "পিণ্ডযজ্ঞাবৃতা দেয়ং প্রেতায়ান্নং দিনত্রয়ম্॥"

(৩) "জলাঞ্জলীঃ প্রদাতব্যাঃ প্রেতমুদিশ্য নিত্যশঃ॥"

(৪) সপিণ্ডীকৰণং ৱক্ষে পূর্ণেঽব্দে তৎক্ষয়েঽহনি।
কৃতং সম্যগ্ যথাকালে প্রেতাদেঃ পিতৃলোকদম্॥"

(৫) "সাপিণ্ড্যেতু কৃতে তস্য প্রেতশব্দো নিৱর্ত্ততে।"

অর্থাৎ (১) "মোৰ যি কোনো পিতৃসকল প্রেতৰূপে বর্ত্তমান আছে সেইসকলে পিণ্ডদানৰ দ্বাৰা তৃপ্তিলাভ কৰক"। (২) "মৃত্যুৰ পিছত তিনদিন প্রেতাত্মাৰ উদ্দেশে পিণ্ডদান কৰিব লাগে"। (৩) "দশাহ পর্য্যন্ত প্রেতৰ উদ্দেশে দিনৌ পিণ্ড-জলাঞ্জলি প্রদান কৰিব লাগে"। (৪) "এবছৰ পূর্ণ

হ'লে মৃতাহ-তিথিৰ দিন। সপিণ্ডীকৰণ শ্ৰাদ্ধ কৰিবলৈ মই কওঁ; এই শ্ৰাদ্ধ যথাসময়ত সম্যকৰূপে আচৰণ কৰিলে প্ৰেতৰ পিতৃলোক প্ৰাপ্তি হয়"। (৫) "সপিণ্ডীকৰণৰ পিছতহে প্ৰেতশব্দৰ নিবৃত্তি হয়"।

আকৌ সেই পুৰাণতে শ্ৰীকৃষ্ণই কৈছে,—

"যে বৈ ন মন্যতে প্ৰেতান্মৃতঃ প্ৰেতত্বমাপ্নুয়াৎ" (উত্তৰখণ্ড ২০৪৪) অৰ্থাৎ "যি প্ৰেত নেমানে সি মৰি প্ৰেতত্বপ্ৰাপ্ত হব"। উৰ্দ্ধগতি নোহোৱা প্ৰেতাত্মাবিলাকে কেনেকৈ মানুহক প্ৰেতপীড়া কৰে সেইবিষয়ে এই পুৰাণত বিস্তৃতভাৱে লিখা আছে।

বিখ্যাত "অমৰ-কোষ" অভিধানত "প্ৰেত" শব্দই মৃতকক আৰু নৰকত থকা প্ৰাণীকহে বুজায় বুলি পোৱা যায়; যথা,—"পৰাসু-প্ৰাপ্তপঞ্চত্ব-পৰেত-প্ৰেত-সংস্থিতাঃ, মৃত-প্ৰমৃতৌ ত্ৰিষ্বেতে" (অৰ্থাৎ পৰাসু, প্ৰাপ্তপঞ্চত্ব, পৰেত, প্ৰেত, সংস্থিত, মৃত, প্ৰমৃত—এইবিলাক মৃত ব্যক্তিৰ নাম), "সত্বাস্তু নাৰকাঃ প্ৰেতাঃ" (অৰ্থাৎ নৰকত থকা প্ৰাণীকো "প্ৰেত" বোলা হয়)।

"প্ৰেতক্ৰিয়া", "প্ৰেত-কাৰ্য্য", বা "প্ৰেত-কৰ্ম্ম" শব্দৰ অৰ্থ হৈছে প্ৰেতাত্মাৰ উৰ্দ্ধগতিৰ উদ্দেশে কৰা কৰ্ম্ম। এনে কৰ্ম্মৰ ভিতৰত মৃত্যু-কালৰপৰা সপিণ্ডী-কৰণ পৰ্য্যন্ত শৱ-সংস্কাৰ, পিণ্ড-জলাঞ্জলি-দানাদি অৱশ্য-কৰ্ত্তব্য সকলো কৰ্ম্মই পৰে।

আমাৰ কোনো কোনো সমালোচকে—

"বধিলে আমাৰ ভ্ৰাতৃ কনিষ্ঠ।
দেৱ ব্ৰাহ্মণৰ কৰা অনিষ্ট॥



হেনয় আজ্ঞা কৰি দৈত্যৰাজ।
ভ্ৰাতৃৰ পাছে কৰি প্ৰেত-কাজ॥"—

এই পদ কেফাকি উদ্ধৃত কৰি বুজাইছে যে হিৰণ্যকশিপু ব্ৰাহ্মণ-বিদ্বেষী আছিল, গতিকে তেওঁ বামুণীয়া কাৰ্য্য কৰা নাছিল আৰু কৈছে যে, সেইকালতে এই বামুণীয়া বিধিখন তৈয়াৰ হোৱাৰে বা কি প্ৰমাণ? তেওঁ প্ৰেতক্ৰিয়া কোন বিধিৰ কি মন্ত্ৰেৰে কৰিছিল সেইটো বুজোৱাটো আমাৰ সমালোচনাৰ উদ্দেশ্য নাছিল আৰু কোন বিধিমন্ত্ৰেৰে প্ৰেতক্ৰিয়া কৰিছিল মূল শাস্ত্ৰতো উল্লেখ কৰা সম্ভৱ নহয়। কিন্তু সেই সেই যুগত মোক্ষ-ধৰ্ম্ম একোটি থাকোঁতেও যে, প্ৰেতক্ৰিয়া সেই মোক্ষ-ধৰ্ম্মৰে কৰা নাছিল আৰু প্ৰেতক্ৰিয়া যে অৱশ্য কৰ্ত্তব্য, তাকেহে বুজোৱা হৈছিল। কাশ্যপ ঋষিৰ পুত্ৰ হিৰণ্যকশিপুৱে ব্ৰাহ্মণদ্বেষ কৰিছিল যদিও কুল-পুৰোহিত শুক্ৰাচাৰ্য্য ঋষি আৰু তেওঁৰ পুত্ৰ ষণ্ডামৰ্কৰ দ্বাৰা পৌৰোহিত্য কৰ্ম্ম কৰাই থকাৰ জ্বলন্ত প্ৰমাণ শাস্ত্ৰবিলাকতে আছে। উক্ত পদত "প্ৰেতকাজ" মানে যে শৱসৎকাৰ নহয় তলত লিখা কথাৰপৰাও পাঠকসকলে বুজিব পাৰিব।

প্ৰলয়-জলত মগ্ন হোৱা ধৰণীক বৰাহৰূপী ভগৱন্তই উদ্ধাৰ কৰোঁতে হিৰণ্যাক্ষক বধ কৰিছিল। বৰাহৰ দাঁতেৰে ছিৰাছিৰ কৰা হিৰণ্যাক্ষৰ দেহ প্ৰলয় জলত উটিবুৰি কলৈ গ'ল ঠিকনাই নাই। আপোনাআপুনিয়েই প্ৰলয় জলত উটি যোৱা দেহৰ আকৌ সুকীয়াকৈ তথাকথিত ধৰণে "প্ৰেতকাৰ্য্য" কৰিবৰ

আৰম্ভকতা থাকিলগৈ ক'ত? গতিকে "ভ্ৰাতৃৰ পাছে কৰি প্ৰেত-কাজ" বোলা পদফাকিয়ে শৱদেহাৰ সংস্কাৰভিন্ন পৰ্ণদাহ, শ্ৰাদ্ধ-পিণ্ডাদি অন্য অন্ত্যেষ্টি কাৰ্য্যহে বুজাইছে।

পূৰ্ব্বকালত যদি পিণ্ডোদকাদি (প্ৰেতক্ৰিয়া) নাছিলেই তেন্তে পিতৃসকলে নৃসিংহক স্তুতি কৰোঁতে "শ্ৰাদ্ধানি নোঽধিবুভুজে প্ৰসভং তনুজৈৰ্দত্তানি তীৰ্থসময়েঽপ্যপিবং তিলাম্বু"* বুলি শ্ৰাদ্ধ-পিণ্ডৰ উল্লেখ নকৰিলেহেতেন আৰু গীতাত শ্ৰীকৃষ্ণক অৰ্জ্জুনে "পতন্তি পিতৰো হ্যেষাং লুপ্তপিণ্ডোদকক্ৰিয়াঃ" অৰ্থাৎ "পিণ্ড-তৰ্পণ আদি কাৰ্য্য পতিত হলে পিতৃ-পিতামহসকলৰ অধোগতি হব" বুলিও নকলেহেতেন।

শৰণ-ভজন আৰু মালা-মন্ত্ৰ লোৱা লোক মৃত হলে "প্ৰেত" নহয় বুলি কৈ তেওঁলোকৰ অৰ্থে পিণ্ডোদকাদি দানৰ অনাৰম্ভকতা প্ৰতিপন্ন কৰি কোনে কোনোৱে যুক্তি দৰশায়। কিন্তু আমাৰ দিনৰ শৰণ-ভজন আদি ভক্তিতকৈও শ্ৰেষ্ঠতা সাধন কৰি "সাক্ষাতে কৃষ্ণক দেখে, আৰু কি পাপক লেখে" বুলিবৰ একান্ত উপযোগী হোৱা, কায়-মনোবাক্যে একমাত্ৰ ৰামতে

* প্ৰহ্লাদ-চৰিত্ৰ "কীৰ্ত্তন"ত পিতৃসকলে নৰসিংহক কৰা এই স্তুতিৰ অনুবাদ শ্ৰীশঙ্কৰদেৱে এইদৰে কৰিছে,—

"পিতৃগণে বোলে নৃসিংহক নমি বাক।
পুত্ৰগণে দেয় শ্ৰাদ্ধ যতেক আমাক॥
দৈত্যেন্দ্ৰে আপুনি ভুঞ্জে বলে কাঢ়ি নিয়া।
কিনো ৰঙ্গ ভৈল তাৰ বিদাৰিলে হিয়া॥"৪৩৪



ত্যজি প্ৰাণত্যাগ কৰা দশৰথ ৰজাৰ শ্ৰাদ্ধ-পিণ্ড শ্ৰীৰামচন্দ্ৰ আৰু ভৰতে দিয়াৰ কথা ৰামায়ণৰ পাঠক মাত্ৰেই জানে আৰু প্ৰভাস তীৰ্থত মৃত হোৱা শ্ৰীকৃষ্ণৰ বংশৰ লোকসকলৰ শ্ৰাদ্ধ-পিণ্ডাদি প্ৰেতকৰ্ম্ম "সৰ্ব্ব-ধৰ্ম্মান্ পৰিত্যজ্য" একশৰণ লোৱা মহাভক্ত অৰ্জ্জুনেই কৰাইছিল বুলি মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে "কীৰ্ত্তন-ঘোষা"ত লিখি থৈ গৈছে,—

"কহি আছে মাধৱে গীতাত যিটো জ্ঞান।
প্ৰবন্ধে হিয়াত তাক কৰিলন্ত ধ্যান॥
চিৰকালে চিত্তক কৰিয়া থীৰে স্বস্থ।
প্ৰেতকাৰ্য্য জ্ঞাতিৰ কৰাইলা মহাৰথ॥১৯৩০
অনুক্ৰমে দিয়াইলন্ত পিণ্ড-জলাঞ্জলি।
কৃষ্ণৰ আদেশ পাছে গুনি মহাবলী॥"

ক্ষত্ৰিয়সকলে সমুখ যুদ্ধত মৃত্যু হ'লেই মুক্তি পায়। তাতে আকৌ ভাৰত-যুদ্ধৰ প্ৰধান সেনাপতিসকল আৰু যদুবংশৰ প্ৰায়বিলাক বীৰপুৰুষেই দেৱতাৰ অংশে পৃথিবীত জন্ম লৈছিল। মৃত্যু হবৰ সময়ত ভগবান শ্ৰীকৃষ্ণক তেওঁলোকে স্বচক্ষে দৰ্শন পায়ো আছিল। তথাপি যুধিষ্ঠিৰ অৰ্জ্জুন আদিয়ে তেওঁলোকৰ পিণ্ডোদকাদি কাৰ্য্য কৰাৰ প্ৰমাণ ভাৰত-ভাগৱত মেলিলেই পোৱা যায়। বাৰজন বৈষ্ণৱৰ ভিতৰৰ, এজন মহাভক্ত ভীষ্মই শ্ৰীকৃষ্ণক স্তৱ-স্তুতি কৰি সাক্ষাত হৈ থাকোঁতেই প্ৰাণ-ত্যাগ কৰিছিল। সেই পৰম বৈষ্ণৱ ভীষ্মৰো পিণ্ডোদকাদি প্ৰেত-কাৰ্য্য যুধিষ্ঠিৰে কৰাৰ প্ৰমাণ মহাভাৰতত স্পষ্ট হৈ আছে। যিজন মহাভাগৱত

পৰীক্ষিতৰ শ্ৰৱণ-কীৰ্ত্তন ধৰ্ম্ম-সাধনৰ ফলত শ্ৰীমদ্ভাগৱত ব্যক্ত হোৱাত আজি জগতে ভাগৱত-ধৰ্ম্ম জানিবলৈ পাইছে আৰু যিজনে মোক্ষলাভ কৰিলে বুলি

"বিষ-বহ্নি দহন্তে নাছিল কিছু জ্ঞান।
ভৈলা মোক্ষ পাইলা সবে প্ৰত্যক্ষ প্ৰমাণ॥"

সেই পৰীক্ষিতৰো পুতেক

"জন্মেজয়ে দিলন্ত পিতৃৰ জলাঞ্জলি।
দিলা দান-দক্ষিণা সকলি পিতৃ-কৰ্ম্ম
মোক্ষ পাইলা জানি তেজিলন্ত সবে মৰ্ম্ম॥"

বুলি মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে "দ্বাদশস্কন্ধ ভাগৱত"ত লিখি থৈ গৈছে।

শৰণ-ভজন, মালা-মন্ত্ৰ লোৱা সকলে অন্তৰত ভগৱন্তৰ প্ৰতি একশৰণ ধৰ্ম্ম কিমান দূৰ আচৰিব পাৰিছে একমাত্ৰ ভগৱন্তইহে জানে। নিজে নিজে আচৰণ কৰিব পাৰিছোঁ বুলি ভবাটি অহঙ্কাৰ ব্যতিৰেকে আন একো নহয়। সংসাৰ-ত্যাগী মহাভাগৱত ৰাজৰ্ষি ভৰতেও মৰিবৰ সময়ত পহুৰ কথা ভবাৰ কাৰণে পৰজন্মত পহু হৈ উপজিব লগীয়া হৈছিল।

## শ্ৰাদ্ধ-পিণ্ডাদি কৰ্ম্ম অপৰিহাৰ্য্য

শ্ৰাদ্ধাদি দেহৰ কাৰণে নহয়, দেহী অৰ্থাৎ আত্মাৰ কাৰণেহে বুলি সকলোৰে জনা কথা। শ্ৰাদ্ধ-পিণ্ডাদি দেহীৰ কেৱলে মুক্তিৰ কাৰণেও নহয়, দেহীয়ে উৰ্দ্ধগতি বা অধো-



গতিৰে য'তে যি অৱস্থাতে নথাকক, সেই অৱস্থাতেই তৃপ্তি আৰু পুষ্টি দায়ক হয়। "গৰুড়-পুৰাণ"ত শ্ৰীকৃষ্ণই গৰুড়ক কৈছে,—

"শৃণু পক্ষীন্দ্ৰ প্ৰেতানাং যথা শ্ৰাদ্ধন্তু তৃপ্তিদম্।
দেৱো যদ্যপি জাতোঽয়ং মনুষ্যঃ কৰ্ম্ম-যোগতঃ॥
তস্যান্নমমৃতং ভূত্বা দেৱত্বেঽপ্যনুযাতি চ।
গান্ধৰ্ব্বে ভোগৰূপেণ পশুত্বে চ তৃণং ভবেৎ॥
শ্ৰাদ্ধং হি বায়ুৰূপেণ নাগত্বেঽপ্যনুগচ্ছতি।
ফলং ভৱতি পক্ষিত্বে ৰাক্ষসেষু তথামিষম্॥
দানৱত্বে তথা মাংসং প্ৰেতত্বে ৰুধিৰং তথা।
মনুষ্যত্বেঽন্নপানাদি বালাভোগৰসো ভবেৎ॥"

অৰ্থাৎ "হে পক্ষিশ্ৰেষ্ঠ! শ্ৰাদ্ধই পৰলোকত কি প্ৰকাৰে তৃপ্তি দিয়ে কওঁ শুনা; জীৱই কৰ্ম্মবশতঃ যদি দেৱতা হৈ জন্ম লয়, তেন্তে অমৃতৰূপে, গন্ধৰ্ব্ব হৈ জন্মিলে ভোগৰূপে, পশু হৈ জন্মিলে তৃণৰূপে, নাগ হৈ জন্মিলে বায়ুৰূপে, পক্ষী হৈ জন্মিলে ফলৰূপে, দানৱ বা ৰাক্ষস হৈ জন্মিলে মাংসৰূপে, প্ৰেত হৈ জন্মিলে ৰুধিৰৰূপে, মনুষ্য হৈ জন্মিলে অন্ন-পানাদিৰূপে তৃপ্তিদায়ক হৈ থাকে"।

"গৰুড়-পুৰাণ"ৰ এইকেইটি শ্লোকৰে একে অৰ্থবোধক কথা অন্যতম বৈষ্ণৱ-পুৰাণ "মৎস্য-পুৰাণ"তো পোৱা যায়। যথা,—

"দেৱো যদি পিতা জাতঃ শুভকৰ্ম্মানুযোগতঃ।
তস্যান্নমমৃতং ভূত্বা দিব্যত্বেঽপ্যনুগচ্ছতি।

দৈত্যত্বে ভোগৰূপেণ পশুত্বে চ তৃণং ভৱেৎ ॥
শ্ৰাদ্ধান্নং বায়ুৰূপেণ সৰ্পত্বেহপ্যুপতিষ্ঠতি ।
পানং ভৱতি যক্ষত্বে ৰাক্ষসত্বে তথামিষম্ ॥
দনুজত্বে তথা মায়া প্ৰেতত্বে ৰুধিৰোদকম্ ।
মনুষ্যত্বেহন্নপানানি নানা ভোগৰসং ভৱেৎ ॥”

অৰ্থাৎ “পিতৃ জন্মান্তৰত দেৱতা হ’লে, শ্ৰাদ্ধান্ন অমৃতৰূপে, দৈত্য হ’লে ভোগৰূপে, পশু হ’লে তৃণ ৰূপে, সৰ্প হ’লে বায়ুৰূপে, যক্ষ হ’লে পানীয় ৰূপে, ৰাক্ষস হ’লে মাংসৰূপে, দানৱ হ’লে মায়াৰূপে, প্ৰেত হ’লে তেজ-পানী ৰূপে আৰু মানুহ হ’লে ভাত-পানী আৰু নানান ভোগৰসৰূপে তেওঁৰ ওচৰত ভোগ্যৰূপে উপস্থিত হয়গৈ”। “গৰুড়-পুৰাণ”ত শ্ৰীকৃষ্ণই কৈছে যে, শ্ৰাদ্ধৰ সময়ত যমৰজায়ো প্ৰেত আৰু পিতৃসকলক যমপুৰৰপৰা আহি পিণ্ড ভোগ কৰি যাবলৈ পঠিয়াই দিয়ে।

“বিষ্ণু-পুৰাণ”ত আছে যে, শ্ৰীকৃষ্ণই স্যমন্তক মণি বিচাৰি জাম্বৱন্তৰ গৰ্ত্তত অকলে অকলে প্ৰৱেশ কৰি অনেক দিন পৰ্য্যন্ত ওলাই নহাত, যুদ্ধত শ্ৰীকৃষ্ণ নিহত হৈছে বুলি সকলো যদুবংশই থিৰ কৰি শ্ৰীকৃষ্ণৰ উদ্দেশে শ্ৰাদ্ধ-তৰ্পণ কৰিবলৈ ধৰে। ইফালেদি শ্ৰীকৃষ্ণ আৰু জাম্বৱন্তৰ ভিতৰত পক্ষাধিক কাল ঘোৰ যুদ্ধ হৈ থাকে, কাৰো জয়-পৰাজয় নহয়। কিন্তু শেষত শ্ৰীকৃষ্ণৰ দেহত নৱ-বল প্ৰবাহিত হবলৈ ধৰে। দ্বাৰকাবাসীসকলে আন্তৰিক শ্ৰদ্ধাৰে দিয়া শ্ৰাদ্ধীয় অন্ন-জলাদিয়ে শ্ৰীকৃষ্ণৰ উপৱাস-ক্লেশ দূৰ কৰি নতুন বল-শক্তি আৰু



উৎসাহৰ সঞ্চাৰ কৰিবলৈ ধৰিলে আৰু জাম্বৱন্ত উপবাসৰ দুখত বল-শক্তি-হীন হৈ যুদ্ধত পৰাস্ত হ’ল।

শ্ৰাদ্ধ-পিণ্ডাদি দান উপন্যাস-লিখকৰ কল্পনা-প্ৰসূত কৰ্ম্ম নহয়, ই হৈছে বেদ-শাস্ত্ৰৰ বিধান। “গৰুড়-পুৰাণ”ত শ্ৰীকৃষ্ণই কৈছে,— “তস্মাৎ সৰ্ব্বপ্ৰযত্নেন শ্ৰাদ্ধং কুৰ্য্যাদ্বিচক্ষণঃ ॥

তস্মাচ্ছ্ৰাদ্ধং চৰেদ্ভক্ত্যা শাকৈৰপি যথাবিধি ।
কুৰ্ব্বীত সময়ে শ্ৰাদ্ধং কুলে কশ্চিন্ন সীদতি ॥”

অৰ্থাৎ “ভক্তিসহকাৰে সকলোৰে শ্ৰাদ্ধ কৰা অৱশ্য-কৰ্ত্তব্য। অভাৱ হ’লে শাকেৰে অথবা ফলমূলেৰেই শ্ৰাদ্ধ কৰিব”।

এই কথাকে “ব্ৰহ্ম-পুৰাণ”তো পোৱা যায়,—

“তস্মাচ্ছ্ৰাদ্ধং নৰো ভক্ত্যা শাকৈৰপি যথাবিধি ।
কুৰ্ব্বীত শ্ৰদ্ধয়া তস্য কুলে কশ্চিন্ন সীদতি ॥”

অৰ্থাৎ “যি মানুহে শাকেৰেও শ্ৰদ্ধাভক্তিৰে যথা-বিধি শ্ৰাদ্ধ কৰে, তেওঁৰ কুলত কোনো দুঃখভাগী নহয়”।

“গৰুড় পুৰাণ”ত শ্ৰাদ্ধ কৰাটো যে পুত্ৰৰ একান্ত কৰ্ত্তব্য এই বিষয়ে শ্ৰীকৃষ্ণই কৈছে,—

“আত্মা বৈ পুত্ৰ নামাস্তি পুত্ৰস্ত্ৰাতা যমালয়ে ।
তাৰয়েৎ পিতৰং ঘোৰাৎ তেন পুত্ৰঃ প্ৰচক্ষ্যতে ॥
অতো দেয়ঞ্চ পুত্ৰেণ শ্ৰাদ্ধমাজীৱিতাৱধি ।
আতিৱাহস্তদা প্ৰেতো ভোগান্ বৈ লভতে হি সঃ ॥”

অৰ্থাৎ “আত্মাই পুত্ৰ নাম ধৰি জন্ম লয়, পুত্ৰই যমালয়ত

পিতৃৰ ত্ৰাণকৰ্ত্তা ; নৰকৰপৰা পিতৃক পৰিত্ৰাণ কৰে বুলিয়েই "পুত্ৰ" এই নাম হৈছে ; এতেকে পুত্ৰই জীৱিত থকা কাল পৰ্য্যন্ত পিতৃৰ শ্ৰাদ্ধ কৰিব লাগে ; পিতৃয়ে আতিবাহিক দেহ-ধাৰণ কৰি পুত্ৰই দিয়া পিণ্ডাদিৰ দ্ৰব্যবিলাক ভোগ কৰে"।

শ্ৰাদ্ধ নকৰাকৈ মৃতাহ দিৱসত অন্যকৰ্ম্ম কৰিলে কেনেকুৱা মহাপাপ আৰ্জ্জিব লাগে এই বিষয়ে "মৎস্য-পুৰাণ"ত শ্ৰীবিষ্ণুৱে কোৱা কথা এইদৰে আছে—

"ত্ৰিপিণ্ডমাচৰেচ্ছ্ৰাদ্ধমেকোদ্দিষ্টে মৃতাহনি।
একোদ্দিষ্টং পৰিত্যজ্য মৃতাহে যঃ সমাচৰেৎ ॥
সদৈৱ পিতৃহা স স্যান্মাতৃভ্ৰাতৃবিনাশকঃ।
মৃতাহে পাৰ্ব্বণং কুৰ্ব্বন্নধোঽধো যাতি মানৱঃ ॥
সম্পৃক্তে ৱ্যাকুলীভাৱঃ প্ৰেতেষু তু যতো ভৱেৎ।
প্ৰতি সংৱৎসৰং তস্মাদেকোদ্দিষ্টং সমাচৰেৎ ॥"

অৰ্থাৎ "মৃতাহ দিনত ত্ৰিপিণ্ড শ্ৰাদ্ধ কৰিব লাগে ; সেইদিনা একোদ্দিষ্ট শ্ৰাদ্ধ নকৰাকৈ অন্য কৰ্ম্ম কৰিলে, পিতৃ, মাতৃ আৰু ভ্ৰাতৃক হত্যা কৰাৰ দোষে ছোৱে ; মৃতাহ দিনত পাৰ্ব্বণ-শ্ৰাদ্ধৰ কৰ্ম্ম কৰিলেও অধোগতি যাব লাগে। সপিণ্ডীকৰণৰ পিছত প্ৰেতসকল।পিতৃসকলেৰে একেলগ হোৱা কাৰণে ব্যাকুল হৈ উঠে, সেই কাৰণে প্ৰতিবছৰে একোদ্দিষ্ট শ্ৰাদ্ধ কৰি থাকিব লাগে।"

"ভবিষ্য-পুৰাণ"ত শ্ৰীকৃষ্ণই কৈছে,—

যস্তু ৱৈ শ্ৰাদ্ধং ন কৰোতি খগাধিপ ॥



মাতাপিতৃভ্যাং সততং ৱৰ্ষে ৱৰ্ষে মৃতেঽহনি।
স যাতি নৰকং ঘোৰং তমিস্ৰং নাম নামতঃ ॥"

অৰ্থাৎ "হে গৰুড়, যি মানুহে পিতৃ-মাতৃৰ মৃতাহ তিথিত বছৰি বছৰি শ্ৰাদ্ধ নকৰে, সি তমিস্ৰ নামৰ ভয়ানক নৰকলৈ যায়"।

মহাদেৱে কৈছে,—

"মৃত হনি পিতুৰ্যস্তু ন কুৰ্য্যাৎ শ্ৰাদ্ধমাদৰাৎ।
মাতুশ্চৈৱ ৱৰাৰোহে ৱৎসৰান্তে মৃতাহনি ॥
নাহং তস্য মহাদেৱী পূজাং গৃহ্লাতি নো হৰিঃ ॥"
(ভবিষ্য-পুৰাণম্)

অৰ্থাৎ "বছৰৰ শেষত মৃতাহ তিথিত যি পিতৃ-মাতৃৰ শ্ৰাদ্ধ শ্ৰদ্ধাৰে সৈতে নকৰে, হৰি, মহাদেৱী আৰু মই তাৰ পূজা গ্ৰহণ নকৰোঁ"।

"নাৰদ সংহিতা"ত আছে,—

"পিতৃদ্বিট্ পতিতঃ ষণ্ডো যশ্চ স্যাদৌপপাতিকঃ।
ঔৰসা অপি নৈতেঽংশং লভেৰন্ ক্ষেত্ৰজাঃ কুতঃ ॥"

অৰ্থাৎ "পিতৃদ্বেষী (জীৱিতকালত পিতৃক তাড়নাদি কৰা আৰু মৰিলে শ্ৰাদ্ধাদি নকৰা লোক), পতিত, ষণ্ড আৰু উপপাতক-যুক্ত লোক ঔৰসপুত্ৰ হলেও মৃত পিতৃসম্পত্তিৰ অধিকাৰী নহয়"।

"ব্ৰহ্মাণ্ড-পুৰাণ"ত আছে,—

"পুত্ৰায় ক্ৰিয়তে ভাৰ্য্যা পিণ্ডাৰ্থং পুত্ৰমিষ্যতে।
তোয়-পিণ্ডাৰ্থিনো মিত্যং পিতৰঃ পুত্ৰতোঽনঘে ॥"
"পিণ্ডসম্বন্ধিনঃ সৰ্ব্বে বয়ং ত্বঞ্চ সুমধ্যমে ॥"

অৰ্থাং "পুত্ৰমুখ দেখিবৰ অভিপ্ৰায়ে ভাৰ্য্যা-বিবাহ কৰা হয়, পিণ্ডৰ অৰ্থেই পুত্ৰ প্ৰাৰ্থনা কৰা হয়, সেই পুত্ৰই দিয়া জল-পিণ্ড পিতৃসকলে সদায় অভিলাষ কৰি থাকে। এই জগতত আমি সকলোৱেই পিণ্ডসম্বন্ধী অৰ্থাং পুত্ৰাদিৰপৰা জলপিণ্ড কামনা কৰোঁ।"

শ্ৰীমদ্ভাগৱত নিবৃত্তিমাৰ্গৰ শ্ৰেষ্ঠ শাস্ত্ৰ আৰু মহামুনি নাৰদেই হৈছে এই মাৰ্গৰ সৰ্ব্বশ্ৰেষ্ঠ প্ৰবৰ্ত্তক। অথচ এই শাস্ত্ৰতে দেৱৰ্ষি নাৰদে ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ প্ৰশ্নৰ উত্তৰত গৃহস্থ-ধৰ্ম্মীয়ে কি কি ধৰ্ম আচৰণ কৰিলে মোক্ষ-মাৰ্গলৈ যাব পাৰে, সেই বিষয়ে কওঁতে পিতৃ-মাতৃ আদিৰ শ্ৰাদ্ধ-কৰ্ম্ম কৰাটো স্বধৰ্ম্ম আৰু অৱশ্যকৰ্ত্তব্য বুলি সপ্তমস্কন্ধত বিশেষকৈ কৈছে। প্ৰমাণ যথা;—

"কুৰ্যাদপৰপক্ষীয়ং মাসি প্ৰৌষ্ঠপদে দ্বিজঃ।
শ্ৰাদ্ধং পিত্ৰোৰ্যথাৱিত্তং তদ্বন্ধূনাঞ্চ ৱিত্তৱান্॥"
সংস্কাৰকালে জায়ায়া অপত্যস্যাত্মনস্তথা।
প্ৰেতসংস্থা মৃতাহশ্চ কৰ্ম্মণ্যভ্যুদয়েন্নৃপঃ॥
দেৱানৃষীন্ নৃভূতানি পিতৃনাত্মানমন্বহম্।
স্বৱৃত্ত্যাগতৱিত্তেন যজেত পুৰুষং পৃথক্॥
দ্বৌ দৈৱে পিতৃকাৰ্য্যে ত্ৰীনেকৈকমুভয়ত্ৰ ৱা।
ভোজয়েৎ সুসমৃদ্ধোঽপি শ্ৰাদ্ধে কুৰ্য্যান্ন ৱিস্তৰম্॥"

শ্ৰীধৰ স্বামীয়ে সপ্তম স্কন্ধৰ পঞ্চদশ অধ্যায়ৰ আদিতে টীকাত লিখিছে, "সৰ্ব্বেষাং মোক্ষধৰ্ম্মাণাং সাৰসংগ্ৰহাৰ্থমধ্যায়াৰম্ভঃ, তত্ৰ



শ্ৰাদ্ধগতান্ ৱিশেষানাহ"। অৰ্থাৎ সকলো মোক্ষ-ধৰ্ম্মৰ সাৰসংগ্ৰহ নামত এই অধ্যায় আৰম্ভ হৈছে, ইয়াত শ্ৰাদ্ধগতধৰ্ম্মকে বিশেষকৈ কোৱা হৈছে।

শ্ৰাদ্ধ-পিণ্ডাদি কৰ্ম্ম হৈছে পিতৃ-কৰ্ম্ম আৰু ঈশ্বৰৰ আৰাধনা আদি হৈছে দেৱ-কৰ্ম্ম। গৃহস্থী লোকে পিতৃ-কৰ্ম্ম পৰিত্যাগ কৰি দেৱ-কৰ্ম্ম কৰাটো বিধেয় নহয়। "গৰুড়-পুৰাণ"ত শ্ৰীকৃষ্ণই কৈছে,— "দেৱকাৰ্য্যাদপি সদা পিতৃকাৰ্য্যং ৱিশিষ্যতে।
দেৱতাভ্যঃ পিতৃণাং হি পূৰ্ব্বমাপ্যায়নং শুভম্॥"

অৰ্থাৎ "দেৱ-কাৰ্য্যতকৈয়ো পিতৃকাৰ্য্য প্ৰশস্ত, গতিকে দেৱতাসকলৰ কৰ্ম্মতকৈয়ো পিতৃসকলৰ কৰ্ম্মহে আগধৰি কৰিব"।

## শ্ৰাদ্ধত অন্য দেৱ-দেৱীৰ অৰ্চ্চনা

শ্ৰাদ্ধ-পিণ্ডাদি দানৰ প্ৰসঙ্গত অন্য দেৱ-দেৱীৰ অৰ্চ্চনা কৰা হ'লেও, সি প্ৰকৃততে ঈশ্বৰ কৃষ্ণৰহে অৰ্চ্চনা। "গৰুড়-পুৰাণ"ত শ্ৰীকৃষ্ণ ভগৱন্তই শ্ৰাদ্ধ-পিণ্ডাদি পিতৃ-কৰ্ম্মৰ ব্যাখ্যা প্ৰসঙ্গত কৈছে,—

"যে যজন্তি পিতৃন্ দেৱান্ ব্ৰাহ্মণাংশ্চ হুতাশনম্।
সৰ্ব্বভূতান্তৰাত্মানং মামেৱ হি যজন্তি তে॥"*

* এই শ্লোকটিকে অলপ লৰকৈ "যম-স্মৃতি"তো পোৱা যায়; যথা,—
"যে যজন্তি পিতৃন্ দেৱান্ ব্ৰাহ্মণাংশ্চ হুতাশনম্।
সৰ্ব্বভূতান্তৰাত্মানং ৱিষ্ণুমেৱ যজন্তি তে॥"—যম-স্মৃতিঃ।
অৰ্থও দুয়োটি শ্লোকৰে একে, কেৱল ওপৰৰ শ্লোকত থকা "মোকহে"ৰ

অৰ্থাৎ "যিসকলে পিতৃসকল, দেৱতাসকল, ব্ৰাহ্মণসকল আৰু অগ্নিৰ পূজা কৰে, সিসকলে সকলোৰে অন্তৰ্য্যামী আত্মা বুলি মোকহে পূজা কৰে"।

শ্ৰীমদ্ভাগৱতৰ সপ্তম স্কন্ধত শ্ৰাদ্ধ কেনেকৈ কৰিব লাগে সেই বিষয়ে মহাভাগৱত নাৰদে যুধিষ্ঠিৰক কৈছে,—

"দেৱৰ্ষি পিতৃভূতেভ্য আত্মনে স্বজনায় চ।
অন্নং সংবিভজন্ পশ্যেৎ সৰ্ব্বং তৎপুৰুষাত্মকম্ ॥"

অৰ্থাৎ "শ্ৰাদ্ধকৰ্ত্তাই দেৱতাসকল, ঋষিসকল, পিতৃসকল আৰু ভূতসকলক আৰু নিজৰ আত্মীয়সকলক অন্ন বিভাগ কৰি দিবৰ সময়ত এই সকলোতে আত্মাৰূপে অৱস্থিত হৈ থকা পৰমপুৰুষ ভগৱন্তক দেখিব লাগে"।

"বৃহন্নাৰদীয় পুৰাণে" কৈছে,—

"পিতৃন্ যজন্তি যে শ্ৰাদ্ধে তৈশ্চ ৱিষ্ণুঃ প্ৰপূজিতঃ।
পিতৰো দেৱতাশ্চৈৱ গন্ধৰ্ব্বাপ্সৰাস্তথা।
যক্ষাশ্চ সিদ্ধা মনুজা হৰিৰেৱ সনাতনঃ ॥"

অৰ্থাৎ "যিসকলে শ্ৰাদ্ধত পিতৃসকলৰ পূজা কৰে তেওঁলোকে বিষ্ণুৰহে পূজা কৰে, কাৰণ পিতৃ, দেৱতা, গন্ধৰ্ব্ব, অপ্সৰা, যক্ষ, সিদ্ধ, মনুষ্যসকল—এই সকলোৱেই সনাতন হৰিহে"।

---

ঠাইত এই শ্লোকত "বিষ্ণুকেই" বুলি কোৱা হৈছে। এই কেইটি শ্লোকৰ ভাবৰ লগত আমি ইতিপূৰ্ব্বে [ পৃঃ ৮/০ ] উদ্ধৃত কৰা শ্ৰীকৃষ্ণবাক্য "বেদাধ্যায়" ইত্যাদি কথাৰো মিল হৈছে।



নাম-ধৰ্ম্মৰ মাহাত্মাৰ আদি প্ৰবৰ্ত্তক মহাদেৱে "পদ্ম-পুৰাণ"ত মহাভক্ত নাৰদক বিষ্ণুৰ যি এক হাজাৰ নাম জপ কৰিবলৈ উপদেশ দিছিল, সেই নামসমূহৰ ভিতৰত তলত দিয়া নামকেইটি শ্ৰাদ্ধ-পিণ্ডবাচক। যথা,—

(১) "শ্ৰাদ্ধাদিকল্পকঃ" ( অৰ্থাৎ হে বিষ্ণু আপুনি পিতৃ-সকলৰ নিমিত্তে শ্ৰাদ্ধ-পিণ্ডাদিৰ ব্যৱস্থাকৰ্ত্তা ),

(২) "হৱ্যকৱ্যৈকভুক্" ( অৰ্থাৎ আপুনি যজ্ঞ আৰু শ্ৰাদ্ধ-পিণ্ডৰ একমাত্ৰ ভোক্তা ),

(৩) "হৱ্যকৱ্যৈকফলদায়কঃ" ( অৰ্থাৎ আপুনি যজ্ঞ আৰু শ্ৰাদ্ধপিণ্ডৰ একমাত্ৰ ফলদাতা ),

(৪) "সমস্তপিতৃভীতিঘ্নঃ" ( অৰ্থাৎ আপুনি পিতৃসকলৰ ভয়-বিনাশক ),

(৫) "সমস্তপিতৃজীৱনম্" ( অৰ্থাৎ আপুনি সকলো পিতৃৰে জীৱন )।

শ্ৰাদ্ধত উল্লিখিত হোৱা তথাকথিত অন্য দেৱ-দেৱীৰ প্ৰায় সকলো নামেই বিষ্ণুৰ এই সহস্ৰ নামৰ অন্তৰ্ভুক্ত।

"অন্য দেৱী দেৱ নকৰিবা সেৱ" বোলা কথাষাৰ দ্বিতীয় স্কন্ধ ভাগৱতৰ যি অংশৰপৰা উদ্ধৃত কৰা হৈছে, তাৰে অলপ আগতে শ্ৰীশঙ্কৰদেৱে লিখি থৈ গৈছে,—

"কাল মায়া মন প্ৰাণ ইন্দ্ৰী চৰাচৰ
মই তুমি সনকাদি প্ৰজাপতি হৰ ॥
দেৱাসুৰ গন্ধৰ্ব্ব চাৰণ নৰেশ্বৰ।
যক্ষ ৰাক্ষস পিতৃ সিদ্ধ বিদ্যাধৰ ॥

প্ৰেত ভূত পিশাচাদি মুখ্য আসন্বাৰ।
সমস্তে জানিবা কৃষ্ণৰেসে অৱতাৰ॥”

“অন্য দেৱী-দেৱ নকৰিবা সেৱ” বোলা পদফাকিৰ অৰ্থ এইটিহে যে অন্য দেৱ-দেৱীক শ্ৰেষ্ঠ দেৱতা বুলি ভাবি পৃথকে পূজা কৰিব নেপায়। পিতৃ-শ্ৰাদ্ধত গন্ধ-পুষ্প এপাটি দি অন্য দেৱতাক সন্মান জনোৱাটো যদি অন্য দেৱ-দেৱীৰ সেৱা কৰা হয়, তেন্তে শ্ৰাদ্ধৰ দিনা জ্ঞাতি-বন্ধু-বৈষ্ণৱ অতিথিসকলক ভোজন কৰাই সেৱা-শুশ্ৰূষা কৰাটিও “অন্য সেৱ”ৰ ভিতৰতে পৰিব। নিত্য-নৈমিত্তিক অৱশ্য-কৰ্ত্তব্য শ্ৰাদ্ধ-পিণ্ডাদি কৰ্ম্মত অন্য দেৱতাক কি ভাবেৰে পূজিব লাগে আগেয়ে কৈ অহা হৈছে। এনে দেৱ-দেৱী-সকল হৰিৰ ভকত আৰু বিভূতি মাথোন। শ্ৰীশঙ্কৰদেৱে “কীৰ্ত্তন-ঘোষা”ৰ চতুৰ্ব্বিংশতি-অৱতাৰ-খণ্ডত লিখিছে,—

“ভকত দেৱক পান কৰাইলা অমৃত।
তোমাৰ প্ৰসাদে ইন্দ্ৰ ভৈল কৃতকৃত্য॥”

আকৌ প্ৰহ্লাদ-চৰিত্ৰ-খণ্ডত মহাভক্ত প্ৰহ্লাদে ব্ৰহ্মাকে আদি-কৰি ত্ৰিদশ দেৱতাক সেৱা কৰাৰ কথা বৰ্ণাই লিখিছে,—

“প্ৰহ্লাদে কৰিলা ত্ৰিদশক বহু মান॥
প্ৰথমতে ব্ৰহ্মাক নমিল দৈত্যেশ্বৰ।
শঙ্কৰকো প্ৰণমিলা আত অনন্তৰ॥
জানন্ত বিষ্ণুৰ অংশ আনো যত দেৱ।
একেথানে সবাকে কৰিল পৰি সেৱ॥”



দেৱতাসকল যে শ্ৰীকৃষ্ণৰ বিভূতি এইকথা গীতা আৰু ভাগৱতত ভগৱন্তৰ নিজ মুখৰ বাক্যতে আছে। সেইকাৰণে

“ঐশ্বৰ্য্য ৱিভূতি বলে সমে জানে মোক যিটো নৰোত্তমে
সিয়ো ভৈল মোৰময়ো ভৈলোঁ তাৰ ৱশ্য॥”—নাম-ঘোষা।

## শ্ৰাদ্ধ-পিণ্ড সম্পৰ্কে গুৰু-চৰিত্ৰাদিৰ প্ৰমাণ

শ্ৰাদ্ধ-পিণ্ড বৰ্জ্জনকাৰীসকলে ৺দৈত্যাৰি-ঠাকুৰ-কৃত-গুৰু চৰিত্ৰৰপৰা তলত দিয়া পদ কেইটি উদ্ধৃত কৰি শ্ৰীশঙ্কৰদেৱে শ্ৰাদ্ধ-পিণ্ড কৰিবলৈ বাধা দিয়াটি বুজাব খোজে,—

“অনন্তৰে যেন ভৈলা তাক শুনিয়োক।
অসম ৰজাত জনাইলেক বিপ্ৰলোক॥
শূদ্ৰ এক গোটা নাম শঙ্কৰ আছয়।
শ্ৰাদ্ধ-বিধি কৰিবাক লোকক নেদয়॥
পাষণ্ড আচাৰে ৰাজ্য নষ্ট কৰিলেক॥
নিৰন্তৰে লোকে ধৰ্ম্ম-কৰ্ম্ম এৰিলেক॥” ইত্যাদি

এই পদ কেইফাকি শ্ৰীশঙ্কৰদেৱৰ বিৰুদ্ধবাদী ব্ৰাহ্মণ কিছু-মানে শ্ৰীশঙ্কৰদেৱক হেয় প্ৰতিপন্ন কৰিবলৈ ৰজাৰ আগত দাখিল কৰা অভিযোগৰ কথা বুলিহে প্ৰমাণ পোৱা যায়। এই অভি-যোগৰ বিষয়ে ৰজাই শ্ৰীশঙ্কৰদেৱৰ একো জবাব নোলোৱাকৈয়ে শুচৰীয়াৰ কথা শুনিয়েই গোচৰ নামঞ্জুৰ কৰে। গতিকে শ্ৰাদ্ধ-সম্পৰ্কে শ্ৰীশঙ্কৰদেৱৰ কি মত ইয়াত একো প্ৰকাশ হোৱা নাই, কেৱল বিৰুদ্ধ-বাদীসকলৰ চক্ৰান্তমূলক অভিযোগহে ইয়াত প্ৰকাশ পাইছে।

৺দৈত্যাৰি-ঠাকুৰ-কৃত চৰিত্ৰৰ যি ঠাইত এই অভিযোগৰ কথা আছে, তাৰ অলপ তলতে থকা শ্ৰীমাধৱদেৱে মাতৃ-শ্ৰাদ্ধ কৰা বৃত্তান্তই শ্ৰীশঙ্কৰদেৱে "শ্ৰাদ্ধ কৰিবাক লোকক নেদয়" বোলা কথা একেবাৰে অমূলক বুলি প্ৰমাণ কৰে। শৰণ-ভজন লৈ শ্ৰীশঙ্কৰদেৱৰ লগত থকাৰ পিছত শ্ৰীমাধৱদেৱ মাতৃহীন হওঁতে তেৰাই মাতৃৰ শ্ৰাদ্ধ-পিণ্ড দিয়াৰ কথা চৰিত্ৰত স্পষ্টকৈ উল্লেখ কৰা আছে আৰু আমি পিছত সেই কথা উদ্ধৃতো কৰিছোঁ। যদি ৰজাৰ ওচৰত গোচৰ দিয়া মতে শ্ৰীশঙ্কৰদেৱে শ্ৰাদ্ধ-পিণ্ড কৰিবলৈ আগতেই বন্ধকে কৰিছিল, তেন্তে শ্ৰীমাধদেৱৰ নিচিনা একান্ত শিষ্যক তেখেতে এনে কৰ্ম্ম কৰিবলৈ পিছত নিতান্ত বাধা কৰিলেহেঁতেন।

কুতৰ্কীসকলে ৰজাৰ আগত মহাপুৰুষসকলৰ বিৰুদ্ধে দিয়া গোচৰৰ কথাকে যদি বিনা প্ৰমাণে সঁচা বুলি ধৰি লব লাগে তেন্তে এনে অমূলক গোচৰ এইবাৰেই নহয়, অনেকবাৰ ৰাজ-সভাত উত্থাপিত কৰাৰ কথা চৰিত্ৰত উল্লিখিত হৈ আছে। এবাৰ শ্ৰীমাধৱদেৱৰ বিৰুদ্ধে এনে এটা কুৎসিত গোচৰো হৈছিল যে, তেখেতে হেনো প্ৰকাশ্য সভাৰ মাজত ষোড়শী কন্যা আলিঙ্গন কৰি থাকে। বিচাৰত এই অভিযোগ কি বুলি প্ৰমাণিত হ'ল, চৰিত্ৰ-পাঠক মাত্ৰেই জানে। আজিকালিও আদালতত মিছা গোচৰৰ অভাৱ নাই। তেনে অসংখ্য গোচৰ প্ৰতিবাদী বা আছামী-পক্ষৰ জবাব লবলৈ নৌ পাওঁতেই গোচৰীয়াৰ মুখতে ওৰ পৰাৰ দৃষ্টান্ত সকলো আদালততে দিনৌ



ঘটিবই লাগিছে। গতিকে ওপৰত উল্লেখ কৰা ৺দৈত্যাৰি-ঠাকুৰ-কৃত চৰিত্ৰৰ ঘটনাও এনে বিধৰে এটি গোচৰ মাথোন।

আমি ওপৰত উল্লেখ কৰা ধৰণৰ এটি গোচৰ কোচ-ৰজা নৰ-নাৰায়ণৰ ৰাজ-সভাতো বিদ্যানিধি চক্ৰৱৰ্ত্তীয়ে দিছিল বুলি ৺দ্বিজ-ভূষণ-কৃত গুৰু-চৰিত্ৰত এইদৰে আছে,—

"পূৰ্ব্বে বিদ্যানিধি এক ব্ৰাহ্মণ আছিলা।
যাক বিশ্বসিংহ মহা নিগ্ৰহ কৰিলা॥
তানে পুত্ৰ নাম বিদ্যানিধি চক্ৰৱৰ্ত্তী।
ব্ৰাহ্মণসবৰ সিটো থাকে অনুবৰ্ত্তি॥
ব্ৰাহ্মণসবৰ সিটো অনুমতি পাই।
নৰ-নাৰায়ণ আগে লগাইলেক যাই॥
আদেশ মহাৰাজা আমাৰ গোচৰ।
আছে একজন শূদ্ৰ নাম * শঙ্কৰ॥
ভাগৱত পঢ়ি তাৰ পদ কৰিলেক।
ব্ৰাহ্মণ কৈৱৰ্ত্ত শূদ্ৰ হৰি ভজাইলেক॥
নমানে তুলসী গঙ্গা একো নমানয়।
দেৱী-পূজ পিতৃ-শ্ৰাদ্ধ একো নকৰয়॥
ব্ৰাহ্মণক পাইলে নকৰয় নমস্কাৰ।
তজু ৰাইজে প্ৰবৰ্ত্তিছে পাষণ্ড আচাৰ॥
তোমাত কহিলোঁ কৰা আপুনি বিচাৰ।
ছই দুই প্ৰমাণ পাইবাহা তুমি আৰ॥
মাগুৰি গ্ৰামত থাকে শ্ৰীকণ্ঠভূষণ।
গুৰু মানি আছে ৰাজা নৰ-নাৰায়ণ॥

এতেকেহে ৰাজ-গুৰু বোলে সৰ্ব্বজনে।
এহি কথা শুনি তাৰ নসহিল মনে ॥
শ্ৰীকণ্ঠভূষণে কথা ৰাজাত কহন্ত।
ধাম-ৰাম নামে মোৰ শ্বশুৰ আছন্ত ॥
আমি আসি থাকোঁ সেহি শ্বশুৰৰ ঘৰ।
তেহে পিতৃ-শ্ৰাদ্ধ কৰাৰন্ত শঙ্কৰৰ ॥
ব্ৰহ্ম-ভোজ কৰোঁ আৰু দক্ষিণাক পাওঁ।
ইসব বৃত্তান্ত কথা সমস্তে জনাওঁ ॥
গঙ্গা আদি তীৰ্থ যত সমস্তে স্নানিলা।
জগন্নাথ দৰশন ছুইবাৰ ভৈলা ॥
নকাটন্ত বলি দশ ভূজা নুপূজন্ত।
বেদৰ বিহিত কৰ্ম্ম সমস্তে কৰন্ত ॥
শুনি ৰাজা একো ভাল মন্দ নভাষিলা।
শ্ৰীকণ্ঠভূষণে শুনি বাসা-ঘৰে গৈলা ॥"

শ্ৰীশঙ্কৰদেৱৰ কোনো লিখনীতে শ্ৰাদ্ধ-পিণ্ড ত্যাগ কৰাৰ আৱশ্যকতাৰ কথা প্ৰকাশ হোৱা দেখা নাযায়। বৰং তলত উদ্ধৃত কৰা পুথিৰ পদবিলাকলৈ লক্ষ্য কৰিলে পিণ্ডোদকাদি কাৰ্য্য নিজে কৰা আৰু আনকো কৰোঁৱাটিহে প্ৰমাণিত হয়। ৺দ্বিজ-ভূষণ-ৰচিত চৰিত্ৰত আছে,—

"এহিমতে হৰিষতে আছা কতো দিন।
অনন্তৰে কুসুম্বৰ আয়ু ভৈলা ক্ষীণ ॥
মৰিলন্ত কুসুম্ব পাইলন্ত স্বৰ্গলোক।
শঙ্কৰে পিতৃক লাগি নকৰিলা শোক ॥



খৰিলন্ত ক্ৰিয়া কৰিলন্ত সংস্কাৰ।
দশ-দশা কৰিলন্ত বিধি-ব্যৱহাৰ ॥
যত দ্ৰব্য দানৰ আনিয়া মিলাইলন্ত।
মাসপূৰ্ণ যেবে শুদ্ধি ক্ৰিয়া কৰিলন্ত ॥"

শ্ৰীশঙ্কৰদেৱৰ মাতৃ-বিয়োগত,—

"বিধি-ব্যৱহাৰে মাতৃ-ক্ৰিয়া কৰিলন্ত
দান-দক্ষিণায়ে বিপ্ৰসব তুষিলন্ত ॥"

শ্ৰীশঙ্কৰদেৱৰ ভাৰ্য্যা হানি হওঁতে কি কৰা হৈছিল, সেই বিষয়ে ৺ৰামচৰণ-কৃত গুৰু-চৰিত্ৰত এইদৰে আছে,—

"আশ্বিন মাসৰ দুই দিন যান্তে
শুনা যেন ভৈলা পাছে।
× × ×
বুধ বাসৰৰ দুই দণ্ড বেলা
যেবে ভাটী দিয়া গৈল।
হৰি-নাম স্মৰি শঙ্কৰক ধৰি
বৈকুণ্ঠ লাগি চলিল ॥
× × ×
দশাৰ দানৰ কথা এহিমানে থৈলোঁ।
শুনিয়োক একমাস যেনমতে ভৈল ॥
× × ×
কাৰ্ত্তিক মাসৰ যেবে গৈল দিন তিনি।
আসিল ব্ৰহ্মণগণ কাৰ্য্য-কথা শুনি ॥

বাম-ৰাম গুৰু দুই খুড়া আসিলন্ত।
বিধি মানি বৃষোৎসৰ্গ তিনিও কৰন্ত ॥”

শ্ৰীশঙ্কৰদেৱৰ তীৰ্থলৈ গৈ কি কি কৰিছিল যেই বিষয়ে ৺দ্বিজ-ভূষণ-কৃত চৰিত্ৰত এইদৰে আছে,—

“তীৰ্থৰ নিয়ম মানে সমস্তে কৰিলা।
গঙ্গাক এৰাই গয়া-তীৰ্থ প্ৰবেশিলা ॥
পিতৃ-পিতামহ আদি যতেক আছন্ত।
কৰি পিণ্ড-দান সমস্তকে তুষিলন্ত ॥”

৺দৈত্যাৰি-ঠাকুৰ-কৃত চৰিত্ৰত আছে,—

“দণ্ড দুই বিদূৰত শঙ্কৰ ৰহিলা।
সেৱকসকলে তৈত ঘৰ কৰি দিলা ॥
পৰ দিনা তীৰ্থ-শ্ৰাদ্ধ কৰিবাক লাগি।
উপবাসে ৰহিলা শঙ্কৰ মহাভাগী ॥”

শ্ৰীশঙ্কৰদেৱৰ প্ৰথমা কন্যা বিবাহ দিবৰ উপযুক্ত সময় হোৱাতো বিবাহ নিদিয়াকৈ তেখেতে তীৰ্থলৈ যাব খোজাত তেখেতৰ পিতামহসকলে বাধা জন্মাওঁতে ৰামচৰণ-কৃত চৰিত্ৰত তেখেতে এইদৰে কৈছিল বুলি পোৱা যায়,—

“শঙ্কৰে বোলন্ত কালি বৃহস্পতিবাৰে।
আঘোণ মাহত বিহা দিব নিৰন্তৰে ॥
যাইবোঁ পিতামহ সব নকৰিবা বাধ।
হবিষ্য কৰোঁহো আজি কালি কৰোঁ শ্ৰাদ্ধ ॥
নান্দীমুখ পিণ্ড দিয়া কৰো কন্যা-দান।



× × ×

সাতদণ্ড বেলি ভৈল শ্ৰাদ্ধত বসিল ॥
নৱদণ্ড আছন্তে উঠিল শ্ৰাদ্ধহন্তে।
বৰদোৱা বিলে পিণ্ড লগাইলা জয়ন্তে ॥”

তীৰ্থলৈ গৈ তেখেতে—

“দান-দক্ষিণাক কৰি পাছে পিণ্ড দিলা।
পিতৃ-পিতামহ আদি জলত অৰ্পিলা ॥
স্নান কৰি গয়াত কৰিলা পিণ্ডচয়।
পিতৃ-পিতামহগণ অৰ্পিলা নিশ্চয় ॥”

শ্ৰীমাধৱদেৱৰ মাতৃ-বিয়োগ হোৱাৰ সময়ত ৺নাৰায়ণ ঠাকুৰ-আতাই শ্ৰীশঙ্কৰদেৱক শ্ৰীমাধৱদেৱৰ বাৰ্ত্তা সোধোতে,—

“শুনিয়া শঙ্কৰে পাছে বুলিলা বচন ॥
মাধৱৰ মাৰ মৰি স্বৰ্গক গৈলন্ত।
অনুক্ৰমে সবে দশ-দশা কৰিলন্ত ॥
শুদ্ধি-দিৱস আসি হৈলা সন্নিহিত।
বাৰাদিক গৈলা কড়ি অন্বেষ কৰিত ॥” (দ্বিজভূষণ)।

মাতৃ বিয়োগ হওঁতে শ্ৰীমাধৱদেৱে দশ-পিণ্ড দিয়াৰ কথা চৰিত্ৰ পুথিত এইদৰে আছে,

“মাধৱদেৱৰ মাতৃ ৰোগাৰিষ্ট হুয়া।
প্ৰাণ পৰিহৰি গৈলা বৈকুণ্ঠ চলিয়া ॥
কাঠ-সংস্কাৰ কৰি দশ-পিণ্ড দিল।
মাতৃৰ বিহনে গুৰু খেদক লভিল ॥” (দৈত্যাৰি-ঠাকুৰ)।

ইয়াৰ কিছুদিনৰ পিছত ৺নাৰায়ণ-ঠাকুৰৰ সহিত শ্ৰীশঙ্কৰ-দেৱৰ এইদৰে কথাপ্ৰসঙ্গ হৈছিল,—

"মাধৱ নামত আছে বান্ধৱ এজন।
তাহান সহিত কৈলোঁ সখা নিষ্কপাশ॥
আতায়ে বোলন্ত বাপ কিনো ভাগ্য মোৰ।
কোথাত আছন্ত তেওঁ কহিয়োক ওৰ॥
গুৰু কহে মাধৱৰ মাতৃ-শ্ৰাদ্ধ ভৈলা।
টকা ভণ্ডাইবাক লাগি প্ৰভাতে চলিলা॥"
(দৈত্যাৰি-ঠাকুৰ)।

৺ৰামচৰণ-কৃত চৰিত্ৰত আছে—

"মাধৱ-দেৱৰ মাতৃ পৰলোকে গৈলা।
ৰামদাস সমে দুয়ো কান্ধে তুলি লৈলা॥
কপলা বিলৰ পাৰে চিতাক সাজিলা।
শৱ শান্তি কৰি পাছে মুখাগ্নি কৰিলা॥
দশাৰ কামক দেৱ মাধৱে কৰিলা।"

শ্ৰীশঙ্কৰদেৱে শ্ৰীমাধৱদেৱকে আদিকৰি ভকতসকলৰ সহিতে নাৰেৰে এঠাইৰপৰা আনঠাইলৈ যাওঁতে শ্ৰীমাধৱদেৱৰ মাতৃৰ মাহেকীয়া শ্ৰাদ্ধ-কৰ্ম্ম কৰিবলৈ চকীয়া মাজীক এইদৰে কৈ ঠাই বিচাৰিছিল ;—

"শঙ্কৰদেৱেও পুনু মাজীক বুলিলা।
মাধৱৰ মাৱখানি পৰলোকে গৈলা॥
মাসেকীয়া কাৰ্য্যখানি কৰিতে নপাৰে।
কৰ্ম্ম কৰিবাক স্থান দিয়া তুমি ঘৰে॥"



শ্ৰীশঙ্কৰদেৱৰ ককাক-বুঢ়ী-আয়েক ঢুকাওঁতে তেখেতে কি কৰিছিল ৺দৈত্যাৰি-ঠাকুৰ-কৃত চৰিত্ৰত এইদৰে আছে,—

"ৰহিলা শঙ্কৰ ভক্তগণ প্ৰতিপালি।
কিছুদিন পৰে বুঢ়ী-আই গৈল চলি॥
শ্ৰাদ্ধ-বিধি সমাপণ কৰিলা শঙ্কৰ।
ধৰ্ম্ম প্ৰকাশিয়া কিছুকাল থাকি ঘৰ॥

*　　*　　*

জয়ন্তা মাধৱ দুয়ো প্ৰাণ পৰিহৰি।
পৰম আনন্দে গৈলা বৈকুণ্ঠ নগৰী॥
পুত্ৰগণে শঙ্কৰৰ অনুমতি পাই।
শ্ৰাদ্ধ-বিধি কৰিলন্ত আনন্দিত হুই॥"

শ্ৰীশঙ্কৰদেৱৰ বৈকুণ্ঠ-প্ৰয়াণত—

"দশা-কৰ্ম্ম সমাপিয়া।　মাতৃ আইক আশ্বাসিয়া॥
ঠাকুৰ-আতা ৰহিলন্ত।　ৰাম ৰাম বোলা সন্ত॥"

*　　*　　*

"আত অনন্তৰে যেবে মাসেক ভৈলন্ত।
মাধৱদেৱে সবাহাঙ্কে মাতি আনিলন্ত॥
শুনিয়ো সেৱকসব কাৰ্য্য বিতোপন।
সাধু বিপ্ৰ সবাহাঙ্কে কৰা নিমন্ত্ৰণ॥
জগত গুৰুৰ শ্ৰাদ্ধ-উৎসৱক প্ৰতি।
সকল সেৱক যেন আসয় অহিতি॥
নিমন্ত্ৰণ শুনি পাছে সকলো আসিল।
দামোদৰ নাহি বহু দ্ৰব্যক পঠাইল॥

সমাৰোহে শ্ৰাদ্ধ-বিধি ভৈলা সমাপন।"

( দৈত্যাৰি-ঠাকুৰ )

গুৰু-চৰিত্ৰবিলাকৰ এই পদবিলাকৰ দ্বাৰা শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ নামধৰ্ম্মৰ প্ৰচাৰক হৈয়ো বিধিমতে বৰ্ণানুসাৰে অশৌচ পালন কৰি পিণ্ডোদকাদি ক্ৰিয়া নিজে কৰা আৰু আনকো কৰোৱাহে প্ৰমাণিত হয়।

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে এবাৰ নহয় দুবাৰো জগন্নাথ-ক্ষেত্ৰলৈ গৈ "কীৰ্ত্তন-ঘোষা"ৰ "উৰিষ্যা-বৰ্ণন" খণ্ড লিখি নিজৰ অভিজ্ঞতাৰ পৰাই শ্ৰীক্ষেত্ৰত কৰিবলগীয়া কৰ্ম্মখিনি নিৰ্ব্বন্ধ কৰি গৈছে। "কীৰ্ত্তন-ঘোষা"ৰ সেই খণ্ডত

"বলো-কৃষ্ণ-সুভদ্ৰাক নমি ভক্তিভাৱে।
ধৰ্ম্ম-অৰ্থ-কাম-মোক্ষ সমস্তকে পাৱে॥"—

বুলি জগন্নাথ-সেৱাৰ পৰম ফল লাভ কৰাৰ পিছতো দেখোন—

"অন্তৰ্জ্জলে নামি কৰি অঘ মৰিষণ।
তীৰত উঠিয়া পাছে পিন্ধিব বসন॥
সন্ধ্যা আচৰিব কৰি সূৰ্য্যক বন্দন।
তিলে-জলে বিধিমতে কৰিব তৰ্পণ॥
× × ×
দিব জলাঞ্জলি পৃথিবীত পাৰি কুশ।
মহাতুষ্ট হোন্ত তেবে যতেক পুৰুষ॥"—

বুলি লিখি মহাপুৰুষে শ্ৰাদ্ধ-তৰ্পণাদি কৰাৰ আৱশ্যকতা নিৰ্দ্ধাৰণ কৰি গৈছে। যদি এইবিলাক কৰ্ম্ম তেখেতৰ শিষ্যসকলে



কৰিবই নেপায়, তেন্তে তেখেতে সেই খণ্ড কীৰ্ত্তনতে দেখোন স্পষ্টকৈ লিখি থৈ যাব পাৰিলেহেঁতেন যে তেখেতৰ শিষ্যসকলে এনে কৰ্ম্ম নকৰিব, কৰিলে এক-শৰণ ধৰ্ম্ম নষ্ট হ'ব।

শৰণ-লোৱা লোকে শ্ৰাদ্ধ-পিণ্ডাদি কৰ্ম্ম কৰিব নেলাগে বুলি যুক্তি দেখুৱাই কোনো কোনোৱে "নাম-ঘোষা"ৰ

"যাৰ পুত্ৰ সৱে ঐত হৰিত শৰণ লৈয়া
হৰি-গুণ গাৱে শুদ্ধভাৱে।
দধি-দুগ্ধ-ঘৃত-মধু- নদীৰ জলক পিয়া
পিতৃগণে তৃপিতিক পাৱে॥"—

এই পদটি উদ্ধৃত কৰে। কিন্তু এই ঘোষাটিৰ অৰ্থ ভালকৈ বিচাৰ কৰি চালে দেখা যাব যে, এই পদত শ্ৰীমাধৱদেৱে শ্ৰাদ্ধ-পিণ্ডাদি কৰাটি অনাৱশ্যক বুলি বুজুৱা নাই, বৰং পুত্ৰ-সকলে হৰিত শৰণ লৈ শুদ্ধভাৱে হৰিগুণ গালেহে "দধি-দুগ্ধ-ঘৃত-মধু-নদীৰ-জলক প্ৰিয়া পিতৃগণে তৃপিতিক পাৱে" অৰ্থাৎ পিণ্ডোদকাদি তৃপ্তিৰে গ্ৰহণ কৰে বুলিছে। এইটি মন কৰিব লগীয়া কথা যে, দধি-দুগ্ধাদি এই আটাই কেউটি বস্তুৱেই শ্ৰাদ্ধ-পিণ্ডৰ অপৰিহাৰ্য্য বস্তু। অকল হৰি-নাম লোৱা মাত্ৰেই এইবিলাক "নিপিয়া"কৈয়ো যদি "পিতৃগণে তৃপিতিক পাৱে" হলহেঁতেন, তেন্তে সেই কথা এনেকৈ লিখা ন'হলহেঁতেন। এই পদ ঘোষাৰ অৰ্থ তলত দিয়া কেইটি পদত আৰু স্পষ্টকৈ ওলায়।—

"যত তপো-ধৰ্ম্ম বেদ-বেদাঙ্গ।
হৰি-নাম বিনে নাহি সুসাঙ্গ॥" (কীৰ্ত্তন-ঘোষা)

"প্ৰত্যেক স্বধৰ্ম্ম হৰি-ভক্তিৰ কিঙ্কৰ।
ভকতিৰ মুখ চাই থাকে নিৰন্তৰ॥
সমস্তে ধৰ্ম্মৰ ভকতিসে মুখ্য ফল।
ভকতি নভৈলে ধৰ্ম্ম সকলে বিফল॥"(ভক্তি-ৰত্নাৱলী)।

সকলো কৰ্ম্মৰে কৰ্ম্ম-বৈগুণ্য নাশ হয় হৰি-কীৰ্ত্তনত। প্ৰায়শ্চিত্ত হৈয়ো শ্ৰীবিষ্ণুক স্মৰণ কৰিব লাগে। সেইদৰে শ্ৰাদ্ধ-পিণ্ডাদি নিত্য-নৈমিত্তিক কৰ্ম্মৰ সকলো কৰ্ম্ম-বৈগুণ্য-জনিত দোষ হৰি-নাম ল'লেহে দূৰ হয়। যেনেকৈ অকল পানীৰে গা ধুয়েই ভকতসকলে নিজকে নিজে শুদ্ধ কৰিছে বুলি নেভাবি ঈশ্বৰৰ নাম লৈ স্নান কৰাৰ নিয়ম আছে, সেইদৰে হৰি-নাম ল'লেহে শ্ৰাদ্ধাদি কৰ্ম্ম সুসাঙ্গ হয় বুলি ভাবিবলৈ মহাপুৰুষ-সকলে শাস্ত্ৰীয় বচনেৰে উপদেশ দি গৈছে।

কোনোৱে কব খোজে যে, শ্ৰীশঙ্কৰদেৱে ৰজাৰ ভয়ত বা ব্ৰাহ্মণৰ ভয়তহে শ্ৰাদ্ধ-পিণ্ডাদি কৰিবলৈ বাধা নজন্মালে। যি শ্ৰীশঙ্কৰদেৱে অভয়-প্ৰদানৰ মূল-মন্ত্ৰ শৰণ-ধৰ্ম্ম প্ৰচাৰ কৰি মৃত্যু-ভয়কো তুচ্ছ কৰিবলৈ শিকালে, যিজনাই নিজৰ বংশ-পৰিয়াল আৰু শ্ৰীমাধৱদেৱকে আদি কৰি সেই কালৰ ঘোৰ শাক্ত-সমাজক বাদত পৰাস্ত কৰি ৰাজ-নিৰ্য্যাতনলৈকো ভ্ৰূক্ষেপ নকৰি দেশত বৈষ্ণৱ-ধৰ্ম্মৰ সোঁত প্ৰবাহিত কৰিলে, যিজনাৰ শিষ্য ৺নাৰায়ণ-ঠাকুৰ আৰু গোকুল-চান্দক নৰ-নাৰায়ণ ৰজাই ছমাহ শাস্তি-বন্দী কৰি নানান দুখ-কষ্ট দিয়াতো তেৰাৰ ধৰ্ম্মৰ বিপৰীতে এযাৰ কবলৈ সন্মত ন'হল, যিজনাৰ শিষ্য



শ্ৰীমাধৱদেৱে, এবাৰ লক্ষ্মীনাৰায়ণ ৰজাৰ মন্ত্ৰী বীৰু-কাৰ্য্যীয়ে তেখেতৰ ধৰ্ম্মমত এটি সামান্যভাৱে লৰাবলৈ কওঁতে, ভৰিৰপৰা মূৰলৈকে ছাল বখলিয়াই শাস্তি কৰিলেও তেনে কাম কৰিব নোৱাৰে * বুলি নিৰ্ভীক আৰু স্পষ্ট উত্তৰ দিছিল সেই জনাই আকৌ কাৰোবালৈ ভয় কৰি বা কাৰোবাৰ খাতিৰ ৰাখি শ্ৰাদ্ধ-পিণ্ডাদি বন্ধ নকৰিলে বোলা কথাটি কেনেকৈ বিশ্বাস কৰিব পাৰি? মহাপুৰুষসকলৰ চৰিত্ৰত এনে অনেক ঘটনা আছে য'ত শৰণৰ শিক্ষাৰ লগত অমিল হোৱা কাৰ্য্য আচৰণ কৰা বাবে অনেক শিষ্যক তেৰাসকলে অকাতৰে পৰিত্যাগ কৰিছিল। শ্ৰাদ্ধ-পিণ্ডাদি কৰ্ম্ম শৰণ-ধৰ্ম্মৰ বিৰোধী হোৱাহেঁতেন এনে কৰ্ম্ম মহাপুৰুষসকলে স্পষ্টকৈ বাধা দি থৈ গ'লহেঁতেন।

## শ্ৰাদ্ধাদি নিত্য-নৈমিত্তিক কৰ্ম্ম সম্পৰ্কে শ্ৰীশঙ্কৰদেৱৰ নাতিৰ দৃঢ়বাণী

মহাপুৰুষ দুজনাৰ পিছত তেৰাসকলৰ প্ৰচাৰিত ধৰ্ম্মমতৰ অন্যতম প্ৰচলন কৰ্ত্তা, শ্ৰীশঙ্কৰদেৱৰ নাতিয়েক শ্ৰীপুৰুষোত্তম ঠাকুৰদেৱে তেখেতৰ "নাম-মালিকা" পুথিত লিখিছে —

* "মাধৱে বোলন্ত শুনা ৰজা এবচন॥
ইমত শাস্তিক তুমি নাপাৰা কৰিবে।
গোড়ৰন্তে মুণ্ডলাগি মোট কাঢ় যেবে॥
তথাপি জানিবা মেক নিদিবোঁ মালাত।"(দৈত্যাৰি ঠাকুৰ)।

“মোক্ষ-অর্থী মানে লোক যত কাম্য-কর্ম্ম সিটো নিষেধত
তাত প্রবর্ত্তন নকৰি মনে সদায়।
নিত্য-নৈমিত্তিক যত হয় কৰিবাক তাক শাস্ত্রে কয়
প্রত্যবায় যত এৰাইবাক যিটো চায়॥ *
শ্রাদ্ধ হৰি-বাসৰক হৰি-মূৰ্ত্তি ব্রাহ্মণক
আৰু যিটো জনে ছুই কৰে।
মই শঙ্কৰৰ মত পায়া আছোঁ কেনমতে
আশা লাগি বলি সিটো মৰে॥
গঙ্গা তীৰ্থ ভাগৱত গীতা শাস্ত্র তুলসীক
ইসবক নামানে যি নৰ।
কহোঁ মই সাৰেসাৰ মত তাৰ নুহি আৰ
জানিবাহা দেৱ শঙ্কৰৰ॥”

শ্রীশঙ্কৰদেৱৰ নাতিয়েকে মহাপুৰুষৰ ধৰ্ম্ম সম্পৰ্কে যি সাক্ষ্য দি থৈ গৈছে, সেইটি অবিশ্বাস কৰিবৰ কোনো কাৰণ দেখা নাযায়।

## শ্রাদ্ধ-পিণ্ডবিহীন পাৰলৌকিক কৰ্ম্ম

শ্রাদ্ধ-পিণ্ডাদি পিতৃ-কৰ্ম্ম শাস্ত্র-ভাগৱতৰ ব্যৱস্থামতে বামুণ ৰলগোৱাকৈ কৰাই শ্ৰাদ্ধীয় দ্ৰব্য বস্তু হজম কৰিবলৈ যোৱা—

* মূলৰ শ্লোক যথা,—“মোক্ষাৰ্থী ন প্রবর্ত্তেত তত্রকাম্য-নিষেধয়োঃ।
নিত্য-নৈমিত্তিকে কুৰ্য্যাৎ প্ৰত্যৱায়-জিহাংসয়া”॥
এই শ্লোকটি মূল “ভক্তি-ৰত্নাকৰ”ৰ শৰণ-নামৰ অধ্যায়তো পোৱা যায়।



সকলে আৰু এটি কথা মন কৰিব লগীয়া। “গৰুড়-পুৰাণ”ত শ্রীকৃষ্ণই কৈছে যে,—

“হৃষ্যন্তি পিতৰঃ শ্রুত্বা শ্রাদ্ধকালমুপস্থিতম্।
অন্যোন্যং মনসা ধ্যাত্বা সম্পতন্তি মনোজৱম্॥
ব্রাহ্মণৈঃ সহ চাশ্নন্তি পিতৰো হ্যন্তৰীক্ষগাঃ।
ৱায়ুভূতাশ্চ তিষ্ঠন্তি ভুক্ত্বা যান্তি পৰাং গতিম্॥
নিমন্ত্রিতাস্তু যে ৱিপ্ৰাঃ শ্ৰাদ্ধপূৰ্ব্বদিনে খগ।
প্রৱিশ্য পিতৰস্তেষু ভুক্ত্বা যান্তি স্বমালয়ম্॥”

অৰ্থাৎ “শ্রাদ্ধকাল উপস্থিত হোৱা দেখিলে পিতৃসকল হৰ্ষ যুক্ত হৈ শ্রাদ্ধ-স্থলত উপস্থিত হয়হি। পিতৃসকলে বায়ুভূত শৰীৰ ধাৰণ কৰি অন্তৰীক্ষগামী হৈ আহি ব্ৰাহ্মণসকলেৰে সহ-ভোজন কৰে। শ্রাদ্ধৰ আগদিনা যিসকল ব্ৰাহ্মণক নিমন্ত্রণ কৰা হয়, সেইসকল ব্রাহ্মণৰ শৰীৰত পিতৃসকলে প্ৰবিষ্ট হৈ ভোজন কৰি আঁতাই নিজৰ ঠাইলৈ আকৌ গুচি যায়।” এই কথাকে মনু-সংহিতাতো লিখা আছে,—

“নিমন্ত্রিতান্ হি পিতৰ উপতিষ্ঠন্তি তান্ দ্বিজান্।
ৱায়ুৱচ্চানুগচ্ছন্তি তথাসীনানুপাসতে॥”

গতিকে বামুণ লগাই শ্রাদ্ধ-পিণ্ড নকৰি শ্রাদ্ধ-পিণ্ডৰ নামত অন্যপ্রকাৰে শ্ৰাদ্ধীয় দ্ৰব্য ভোজন কৰা ভকতসকলৰ গাতো এনেকৈ প্ৰেত বা মৃতকসকল লম্ভে আৰু সেই প্ৰেত আৰু মৃতকসকলৰ উদ্দেশে জনোৱা সেৱা ভকতসকলে গ্ৰহণ কৰি নিজেই প্ৰেত আৰু মৃতকৰ শ্ৰাদ্ধ-ভোগী হব লগাত পৰে। মৃতকসকল

উপস্থিত ভকত-বৈষ্ণৱৰ সঙ্গতে আছে বুলি তদুদ্দেশ্যে মৰ-সকামত সেৱা জনোৱাৰ প্ৰথাও কোনো কোনো ঠাইত বোলে চ'লি আছে। কিন্তু বামুণ লগাই শ্ৰাদ্ধ-পিণ্ড কৰাৰ পিছত নাম-কীৰ্ত্তন আৰু ভোজন আদি কৰাসকলক এনে প্ৰেত-ভোজনৰ দোষেও ছুব নোৱাৰে। সেইকাৰণে শ্ৰাদ্ধ-পিণ্ড নকৰা মানুহৰ ঘৰত ভাল ভকতসকলে ভোজন আদি নকৰা নিয়ম চলি আহিছে।

## প্ৰধান আৰু অপ্ৰধান ধৰ্ম্ম

আমি লিখিছিলোঁ যে, প্ৰত্যেক যুগৰ প্ৰধান মোক্ষ-ধৰ্ম্মৰ লগতে অনুষাঙ্গিক অন্যান্য বৈদিক ধৰ্ম্মও যে চলিয়েই আছিল, তাৰ প্ৰমাণ অনেক আছে, "যিহেতু প্ৰধানক ৰক্ষা আৰু প্ৰেৰণা যোগাবলৈ অপ্ৰধান কিছুমানৰ নিতান্ত আৱশ্যক"। আমাৰ এই কথাৰ সাৰবত্তা আন নহ'লেও "দশাহ ব্যৱস্থা আৰু হৰিনাম-মাহাত্ম্য" নামৰ পুস্তিকাতেই প্ৰকাশ পাইছে। সেই পুস্তিকাৰ ব্যৱস্থাপকে "হৰি-নামৰ মাহত্ম্য" প্ৰকাশ কৰিবলৈ গৈয়ো অন্য আনুষঙ্গিক ধৰ্ম্মানুষ্ঠানৰ ব্যৱস্থা নিদিয়াকৈ নিৰহ-নিপানীভাৱেৰে অকল হৰি-নাম-ধৰ্ম্মৰ আচৰণৰ ব্যৱস্থাকেই দিব পৰা নাই। সেই ব্যৱস্থা-পত্ৰত "নাম-কীৰ্ত্তনেৰে শ্ৰাদ্ধ কৰিবলৈ হ'লে যি ৯ দফা বিধান দিয়া হৈছে, তাৰ প্ৰত্যেক-টিতেই নাম-ধৰ্ম্মৰ বাহিৰেও অন্য ধৰ্ম্মানুষ্ঠানৰ বিধান দিয়া আছে। প্ৰথম দফাত কোৱা হৈছে, "কোনো লোকৰ মৃত্যু



হ'লে হৰিধ্বনিৰে তাৰ শৱ দাহ কৰিব" (অগ্নিদেৱতাৰ সহায়েৰে কৰ্ম্ম নকৰিলে অকল হৰিধ্বনিৰেই শৱ-দাহ হ'ব জানো?) দ্বিতীয় দফাত কোৱা হৈছে, "মৃতকৰ ঘৰৰ চৰু-হাঁড়ী পেলাব, কাপোৰ-কানি তিয়াব, গোবৰ মাটিৰে ঘৰ-দুৱাৰ মচিব"। তৃতীয় দফাত কোৱা হৈছে, "পিতৃ-মাতৃ, দদাই-খুৰী আদি লোক মৰিলে ঘৰৰ প্ৰায়লোকেই এক অহোৰাত্ৰ (২৪ ঘণ্টা) লঘোন দিব"। চতুৰ্থ দফাত আছে, "মৃতকৰ ঘৰৰ মানুহে প্ৰথম দিনৰ পৰা বা তিনদিনৰ পৰা গাৱঁৰ নাম-গোৱা মানুহ নিমন্ত্ৰণ কৰি আনি নাম-কীৰ্ত্তন কৰাব। নামত মাহ, চাউল, কল, কুঁহিয়াৰ আদি কোনো দ্ৰব্য নিদিব যিহেতু অশৌচীয়া চুৱা মানুহে কোনো দ্ৰব্য-বস্তু পৰমেশ্বৰত অৰ্পণ কৰিব নাপায়। নামৰ অন্তত মৃতকৰ আত্মাৰ সদ্গতিৰ অৰ্থে পৰমেশ্বৰৰ চৰণত প্ৰাৰ্থনা জনাব। এইদৰে প্ৰতিদিনে নাম-কীৰ্ত্তন কৰি নামৰ অন্তত প্ৰাৰ্থনা জনাব।" ৫ম দফাত কোৱা হৈছে, "অশৌচীয়াৰ ঘৰত আন কোনো লোকে একো খাব নেপায়"। ৬ষ্ঠ দফাত আছে, "এঘাৰ দিনৰ দিনা অতি সোনকালে উঠি ঘৰ-দুৱাৰ গোবৰ মাটিৰে মচিব, কাপোৰ আদি তিয়াব। পিতৃ-মাতৃ মৰিলে পুত্ৰসকলৰ মূৰ খুৰাব, নখ ডাঢ়ি খুৰাই গা ধুই চফা কাপোৰ পিন্ধিব। যাৰ যিমতে ঈশ্বৰ উপাসনা কৰিবৰ নিয়ম আছে সেইমতে ঈশ্বৰ উপাসনা কৰিব। সেইদিনা ভালৰূপে * নাম-কীৰ্ত্তন কৰিবলৈ ভকত নিমন্ত্ৰণ কৰিব।

* নাম-কীৰ্ত্তনৰো "ভাল ৰূপ" "বেয়া-ৰূপ" আছে নে কি?

নামত মাহ-চাউল আদি দ্ৰব্য-বস্তু দিব। সেইদিনা ৰাইজ আৰু জ্ঞাতিক জলপান খুৱাবলৈ সমৰ্থ হ'লে খুৱাব। গাওঁৰ দুখীয়া মানুহ থাকিলে নিমন্ত্ৰণ কৰি আনি খুৱাব। কোনো দুখীয়া বামুণ থাকিলে তেওঁলোককো নিমন্ত্ৰণ কৰি খুৱাব পাৰিব। সেইদিনা নাম-কীৰ্ত্তন ভালৰূপে গোৱাব আৰু মৃতকৰ সদ্গতিৰ অৰ্থে নামৰ অন্তত প্ৰাৰ্থনা জনাব"। ৭ম দফাত কোৱা হৈছে, নামগোৱা ভকতসকলক "কাপোৰ, পইচা দি সেৱা সন্মান কৰি সন্তুষ্ট কৰিব। সেইদিনা ঘৰৰ গৃহস্থই ব্ৰত ভঙ্গ নকৰিব"। ৮ম দফাত কোৱা হৈছে, "১২ দিনৰ দিনা সপিণ্ডীকৰণৰ বাবে পুনঃ নাম-কীৰ্ত্তন আৰু জ্ঞাতি, অতিথি, বন্ধু আৰু দুখীয়াক খুৱাব। নামৰ অন্তত জীৱৰ সদগতিৰ অৰ্থে প্ৰাৰ্থনা কৰিব। এইদিনাও ঘৰৰ গৃহস্থই ব্ৰত ভঙ্গ নকৰিব"। ৯ দফাত "১৩ দিনৰ দিনা জ্ঞাতি-বন্ধুক ভোজ-ভাত খুৱাব" আৰু "মৃতকৰ পৰিয়ালে ব্ৰত ভঙ্গ কৰি খাব" আৰু "দেশৰ, সমাজৰ আৰু ধৰ্ম্মৰ উন্নতিৰ অৰ্থে কিছু টকা দান দিব, নিজৰ গুৰু-ঘৰলৈকো অলপ দান দিব"লৈ ব্যৱস্থা দি কোৱা হৈছে যে, "এই প্ৰকাৰে কাম কৰিলে ব্ৰাহ্মণ লগাই পিণ্ড দিয়াতকৈ উত্তম ফল পাব। হৰি-নামৰ তুল্য আন কোনো কামেই হ'ব নোৱাৰে।"

এতিয়া পাঠকসকলে মন কৰক যে, হৰিনাম-ধৰ্ম্মৰ মাহাত্মাৰ উপৰিও অশৌচ, শুচি-সদাচাৰ, দান-দক্ষিণা, লঘোন ব্ৰত আদি অন্য ধৰ্ম্ম পালনৰ ব্যৱস্থাকে দেখোন স্বয়ং হৰি-নামেৰে শ্ৰাদ্ধ



কৰিবলৈ দিয়া ব্যৱস্থাপকেই দিছে। তেন্তে আমিনো প্ৰধান বা মোক্ষ-ধৰ্ম্মৰ লগতে শ্ৰাদ্ধ-পিণ্ডাদি "অপ্ৰধান ধৰ্ম্ম" পালন কৰিবও লাগে বুলিলত কি জগৰ লাগিল, তাকহে বুজিব পৰা নহ'ল।

## মোক্ষ-ধৰ্ম্ম আৰু নিত্য-নৈমিত্তিক ধৰ্ম্ম

ধৰ্ম্ম, অৰ্থ কাম, মোক্ষ—এই চাৰিবিধেই হৈছে হিন্দু-শাস্ত্ৰমতে পুৰুষমাত্ৰৰে পুৰুষাৰ্থ। ইয়াৰ ভিতৰত আগৰ তিনিবিধ (ধৰ্ম্ম, অৰ্থ আৰু কাম) হৈছে প্ৰবৃত্তি-মাৰ্গ আৰু শেষৰ বিধ (মোক্ষ) হৈছে নিবৃত্তি মাৰ্গ। হৰি-নামতকৈ যে শ্ৰেষ্ঠ মোক্ষ-ধৰ্ম্ম অন্য একো নাই এই বিষয়ে সকলো শাস্ত্ৰ একমত। এতিয়া প্ৰশ্ন হৈছে, আমি সংসাৰী গৃহস্থীসকল সঁচাকৈয়ে মোক্ষাৰ্থী নে? যদি "অৰ্থ" আৰু "কাম" বাদ দি যথাৰ্থ মোক্ষাৰ্থী হোৱা যায়, তেন্তে সংসাৰত দেহ-ধন-জনৰ প্ৰতি একো স্পৃহা বা আকৰ্ষণ নেথাকিব লাগিব। কিন্তু এনেকুৱা নিস্পৃহ কোন হ'ব পাৰিছে? নাম-ধৰ্ম্মৰ প্ৰধান শিক্ষা হৈছে "এৰি আন কাম, ডাকি বোলা ৰাম"। পিছে সংসাৰী গৃহস্থই "আন কাম" এৰিব পাৰে ক'ত? এনে কি "নাম-গোৱা"ও আজিকালি হৈ পৰিছেগৈ এবিধ "সকাম"। যদি আৰ্থিক চিন্তা কৰি সকামীভাৱেই সংসাৰত থাকি গৃহস্থী হৈ চলিবই লাগে, তেন্তে মোক্ষাৰ্থী হৈছোঁ বুলি অকল নাম-ধৰ্ম্মকে ধৰি আন ধৰ্ম্ম একেবাৰে দাঙি মাৰি

পঠিয়াবলৈ ধোৱাটি ভণ্ডামি নহৈ কি হ'ব পাৰে? যি সংসাৰ-বন্ধনৰপৰা মোক্ষ লাভ কৰিছে, তেওঁ মুখত একমাত্র ঈশ্বৰৰ নাম লৈ ইহ-সংসাৰ পাৰ হওক নাইবা এক-নামী ভকত হৈ ক'ত থাকিব পাৰে থাকক। কিন্তু সাধাৰণ গৃহস্থী লোকক মোক্ষ-ধৰ্ম্মৰ নামত অন্য ধৰ্ম্ম-কৰ্ম্ম পৰিত্যাগ কৰি অনাচাৰী বা ম্লেচ্ছাচাৰী হ'বলৈ পৰামৰ্শ দিয়াটো ঐহিক পাৰত্রিক কোনো ক্ষেত্ৰতেই মঙ্গলজনক নহয়।

যুগৰ মোক্ষ-ধৰ্ম্ম আচৰণ কৰিলেও কৰ্ম্ম-ত্যাগৰ অৱস্থা নোপোৱা পৰ্য্যন্ত সুদুৰ্ল্লভ কৃষ্ণ-ভক্তি লাভ কৰিবৰ উপযোগী হবৰ অৰ্থে স্বমাৰ্গ অবিৰোধী নিত্য-নৈমিত্তিক আনুষঙ্গিক কৰ্ম্ম কৰি থাকিবলৈ শাস্ত্ৰ, সাধুৰ উপদেশ আৰু আদৰ্শই কোৱাটিহে শাস্ত্ৰই প্ৰমাণ কৰে। "ভক্তি-ৰত্নাৱলী"ত আছে—

"পূৰ্ব্ব জনমে যেবে অনেক প্ৰয়াস কৰি
যাগ-যোগ আচৰি থাকয়।
তেবে কদাচিত নৰে কৃষ্ণ পদ-পঙ্কজত
মন নিবেশাইবে পাৰয় ॥

× × ×

শান্তমূৰ্ত্তি কৃষ্ণ-অৱতাৰক ভজন্ত।
অন্যদেৱসমস্তক নিন্দা নকৰয় ॥
সুদৃঢ় বিশ্বাসে নিতে ভজি ভগৱন্ত।
পৰম দুৰ্ল্লভ মোক্ষ-পদক পাৱন্ত ॥

× × ×



আছে শ্ৰেয়সৰ যত অন্য মাৰ্গান্তৰ।
যাগ যোগ আদি সিয়ো নাৰায়ণপৰ
কৃষ্ণকেসে কহে বেদ-শাস্ত্ৰ আছে যত।
তাহাৰ বিহিত ধৰ্ম্ম-কৰ্ম্ম-তীৰ্থ-ব্ৰত ॥"

একাদশ স্কন্ধ ভাগৱতৰ "নিমি-নৱসিদ্ধ-সংবাদ"ত আছে,—

কায়-বাক্য-মনে যতেক আচৰে
লৌকিক বৈদিক কৰ্ম্ম।
হুয়া একমত ঈশ্বৰ কৃষ্ণত
অৰ্পিব সিসব ধৰ্ম্ম ॥
নিত্য-নৈমিত্তিক যত জাতি-ধৰ্ম্ম
আশ্ৰমৰ যত কৰ্ম্ম।
কৃষ্ণত অৰ্পিলে জানা সিয়ো হোৱে
মহাভাগৱত-ধৰ্ম্ম ॥"

মহৰ্ষি নাৰদে সনকাদি চাৰি-সিদ্ধক "বৃহন্নাৰদীয় পুৰাণ"ত কি কৈছিল চাওক,—

"কুৰ্ব্বন্ বেদোদিতান্ ধৰ্ম্মান্ মুনীন্দ্ৰ শাস্ত্ৰমোদিতান্।
হৰি-ধ্যানপৰোযস্তু স যাতি পৰমং পদম্ ॥
আচাৰ-প্ৰভৱো ধৰ্ম্মঃ ধৰ্ম্মস্য প্ৰভুৰচ্যুতঃ।
আশ্ৰমাচাৰযুক্তেন পূজিতঃ সৰ্ব্বদেৱহৰিঃ ॥
যশ্চাচাৰ-পৰিভ্ৰষ্টঃ সাঙ্গৱেদান্তগোঽপি ৱা।
স এৱ পতিতো জ্ঞেয়ো যতঃ কৰ্ম্ম বহি-ষ্কৃতঃ ॥
হৰি-ভক্তিপৰো ৱাপি হৰি-ধ্যান-পৰোঽপি ৱা।
ভ্ৰষ্টো যঃ স্বাশ্ৰমাচাৰাৎ পতিতঃ স ৱিধীয়তে ॥"

অৰ্থাৎ "হে মুনীন্দ্ৰ! যি হৰি-চিন্তাত আসক্ত হৈ নিজ আশ্ৰমোচিত বেদ-বিহিত কৰ্ম্ম কৰে, তেওঁহে পৰম পদ পায়। আচাৰৰ পৰাই ধৰ্ম্মৰ উৎপত্তি।* ধৰ্ম্মৰ প্ৰভু ভগৱন্ত অচ্যুত। এতেকে আশ্ৰমোচিত আচাৰানুসাৰে সদায় হৰিক পূজিব। বেদ-বেদাঙ্গ-শাস্ত্ৰপাৰদৰ্শী হলেও, যি আশ্ৰমোচিত-আচাৰভ্ৰষ্ট সি কৰ্ম্ম-বহিস্কৃত পতিত। নিজৰ আশ্ৰমভ্ৰষ্ট লোক হৰিভক্তি-পৰায়ণ বা হৰিধ্যান-পৰায়ণ হলেও পতিত বুলি ধৰিব লাগে।"

ধৰ্ম্মৰাজে "বৃহন্নাৰদীয় পুৰাণ"ত ভগীৰথক কৈছিল,—

"এবং দশৱিধা ভক্তিঃ সংসাৰচ্ছেদকাৰিণী।
তত্ৰাপি সাত্বিকীভক্তিঃ সৰ্ব্বকামফলপ্ৰদা॥
তস্মাচ্ছৃনুষ্ব ভূপাল সংসাৰচ্ছেদমিচ্ছতা।
স্বকৰ্ম্মণাহৰিবোধেন ভক্তিঃ কাৰ্য্যা জনাৰ্দ্দনে॥
যঃ কৰ্ম্মাণি পৰিত্যজ্য ভক্তিমাত্ৰেণ জীৱতি।
ন তস্য তুষ্যতে বিষ্ণুৰাচাৰাৎ পূজ্যতে যতঃ॥"

অৰ্থাৎ "এই দশবিধ ভক্তিৰপৰাই সংসাৰবন্ধ দূৰ হয়, তাৰ ভিতৰত সাত্বিকী ভক্তিয়েই সৰ্ব্বকামফলদায়িনী। এতেকে হে ৰাজন্, সংসাৰৰপৰা মুক্তিকামীয়ে ভক্তিৰ অবিৰোধী নিজ কৰ্ম্মৰে ভক্তি কৰিব। যি নিত্য-নৈমিত্তিক নিজ-কৰ্ম্ম পৰিত্যাগ কৰি ভক্তিমাত্ৰ লৈ কাল যাপন কৰে, বিষ্ণু তেওঁৰ প্ৰতি তুষ্ট নহয়, আচাৰৰ দ্বাৰাহে বিষ্ণুৰ পূজা হয়।"

উপৰোক্ত তাৎপৰ্য্যৰ লগতে "নাম-ঘোষা"ৰ "মাধৱে বোলন্ত শ্ৰুতি-স্মৃতি ....." এই পদটিৰো সামঞ্জস্য আছে। সত্বগুণাধিষ্ঠিতা



দেৱতা বিষ্ণুৰ আৰাধক বৈষ্ণৱসকলৰ পক্ষে সাত্বিকসাধনাই হৈছে অনুষ্ঠেয়। শ্ৰীমদ্ভগৱদ্গীতাত শ্ৰীকৃষ্ণই নিত্য-কৰ্ম্ম ত্যাগ-প্ৰসঙ্গত সাত্বিক, ৰাজসিক আৰু তামসিক ত্যাগ কাক বুলিছে চাওক,—

"কাৰ্য্যমিত্যেৱ যৎ কৰ্ম্ম নিয়তং ক্ৰিয়তেঽৰ্জ্জুন।
সঙ্গং ত্যক্ত্বা ফলঞ্চৈৱ স ত্যাগঃ সাত্বিকোমতঃ॥"

অৰ্থাৎ "কৰ্ত্তব্য-বোধেৰে নিত্যকৰ্ম্মৰ অনুষ্ঠান কৰি কৰ্ম্মত আসক্তি আৰু কৰ্ম্মফল পৰিত্যাগ কৰাকেই সাত্বিক ত্যাগ বোলা হয়।"

"দুঃখমিত্যেৱ যৎকৰ্ম্ম কায়ক্লেশ-ভয়াত্ত্যজেৎ।
স কৃত্বা ৰাজসং ত্যাগং নৈব ত্যাগ-ফলং লভেৎ॥"

অৰ্থাৎ "ক্লেশ আৰু দুঃখজনক বুলি নিত্য-কৰ্ম্ম ত্যাগ কৰাকেই ৰাজসিক ত্যাগ বোলা হয়, এনে ত্যাগৰ ফল কেতিয়াও পোৱা নাযায়"।

"নিয়তস্য তু সন্ন্যাসঃ কৰ্ম্মণো নোপপদ্যতে।
মোহাত্তস্য পৰিত্যাগস্তামসঃ পৰিকীৰ্ত্তিতঃ॥"

অৰ্থাৎ "নিত্য-কৰ্ম্ম ত্যাগ কৰা কোনোমতেই উচিত নহয়। মোহবশতঃ নিত্য-কৰ্ম্ম ত্যাগ কৰাকেই তামসিক ত্যাগ বোলা হয়।"

শ্ৰীমদ্ভগৱদ্গীতা শ্ৰীকৃষ্ণৰ বদননিঃসৃত সকলো উপনিষদৰ সাৰস্বৰূপ অমূল্য মহাবাণী, হিন্দুধৰ্ম্মৰ জীৱনস্বৰূপ, ঐহিক, পাৰত্ৰিক উভয় কালৰ ভুক্তি-মুক্তিপ্ৰদায়িকা। আমাৰ মহাপুৰুষ-সকলে এই গীতাখনিকে "একমাত্ৰ শাস্ত্ৰ" বুলি স্বীকাৰ কৰি

গৈছে। মহাত্মা গান্ধীয়েও এই গীতাকেহে গ্ৰাহ্য কৰিছে। এই গীতাতে শ্ৰীকৃষ্ণই কৈছে—

"ব্ৰাহ্মণ-ক্ষত্ৰিয়-ৱিশাং শূদ্ৰাণাং চ পৰন্তপ।
কৰ্ম্মাণি প্ৰৱিভক্তানি স্বভাৱ-প্ৰভৱৈৰ্গুণৈঃ॥"

অৰ্থাৎ "হে অৰ্জ্জুন, স্বভাৱজ গুণানুসাৰেই ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰৰ কৰ্ম্ম পৃথক পৃথকৰূপে ব্যৱস্থিত হৈছে।" গতিকে যি বৰ্ণাশ্ৰমীৰ যি বেদ-বিহিত নিত্য-নৈমিত্তিকাদি ধৰ্ম্ম-কৰ্ম্ম আছে তাৰ বিধিসঙ্গত আচৰণ কৰাটি পৰমেশ্বৰৰে নিৰ্দ্দেশ।

আমাৰ বিৰুদ্ধ-সমালোচনা কৰাসকলৰ কোনো কোনোৱে গীতা-শাস্ত্ৰৰ "সৰ্ব্ব-ধৰ্ম্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ" বোলা কথাষাৰ মাত্ৰ মুখেৰে গ্ৰহণ কৰি সকলো ধৰ্ম্ম-কৰ্ম্মকে ত্যাগ কৰি কাৰ্য্যতঃ "সৰ্ব্ব-ধৰ্ম্মান্ পৰিত্যজ্য ম্লেচ্ছাচাৰাপন্নো ভৱ" হবলৈহে পৰামৰ্শ দিছে। বিষয়ী লোকে কৰ্ম্ম-ত্যাগ কৰিব নোৱাৰে। বিষয়ী অৰ্জ্জুনেও তেওঁৰ জীৱনৰ শেষলৈকে কৰ্ম্মত্যাগ কৰিব পৰা নাছিল। সেই কাৰণে তেওঁ শ্ৰাদ্ধ-পিণ্ডাদি সকলো নিত্য-নৈমিত্তিক কৰ্ম্ম কৰাৰ প্ৰমাণ শাস্ত্ৰত পোৱা যায়। সমগ্ৰ গীতাৰ ১৮ অধ্যায়ত শ্ৰীকৃষ্ণই অৰ্জ্জুনক যিখিনি উপদেশ দিলে, তাৰ শেষ উপদেশ হৈছে "সৰ্ব্ব-ধৰ্ম্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ"। গীতাৰ টীকা-ভাষ্যকাৰসকলে "সৰ্ব্বধৰ্ম্মান্" মানে বৰ্ণাশ্ৰমাদি সকলো ধৰ্ম্ম (অৰ্থাৎ সত্য, শৌচ, ক্ষমা, দয়া আদি—আন কি নাম-ধৰ্ম্মও)



আৰু সাধাৰণ মানৱ-ধৰ্ম্ম (বৈষয়িক কৰ্ম্ম)কো বুজাইছে। যি এই সকলো প্ৰকাৰ ধৰ্ম্ম-কৰ্ম্ম পৰিত্যাগ কৰিবলৈ সমৰ্থ হব পাৰে, তেওঁহে এই বচনমতে একশৰণীয়া হব পাৰে।

আমি ওপৰত কৈ অহা হৈছে সংসাৰী গৃহস্থই বিধিমতে কৰ্ম্ম নকৰিলে উপায় নাই। এই কৰ্ম্ম অৰ্থাৎ নিত্য-নৈমিত্তিক আদি কৰ্ম্ম এৰি বিধিৰ কিঙ্কৰ গুচি কেতিয়া মুক্ত অৰ্থাৎ স্বাধীন হব পাৰে, সেই বিষয়ে মহাপুৰুষসকলে কি কৈছে চোৱা যাওক। "নাম-ঘোষা"ত কৈছে,—

"মুমুক্ষুজনৰ যেবে অবিদ্যা-জনিত সুখে
বিৰকতি ভৈলা অতিশয়।
কেৱল আত্মাত মাত্ৰ সদায় ৰমণ কৰে
তেবে বিধি-কিঙ্কৰ গুচয়॥
জ্ঞান-নিষ্ঠ জনে বিদ্যা- অবিদ্যা-জনিত দুয়ো
সুখে বিৰকতি ভৈল যেবে।
বাসুদেৱ-ময়-মাত্ৰ দেখয় জগত ইটো
বিধিৰ কিঙ্কৰ গুচে তেবে॥
অবিৰক্ত ভকতৰ বেদ লঙ্ঘিবাৰ দোষ
জানিবাহা ইহাক নিশ্চয়।
পৰম বিৰক্ত যিটো কৃষ্ণৰ ভকত ভৈল
তাৰ একো নাহিকে নিৰ্ণয়॥"

ওপৰত উল্লেখ কৰা ঘোষাকেইটিয়ে বুজাই দিছে যে, যিজন জ্ঞান-নিষ্ঠ মুমুক্ষু ভক্তই জ্ঞানে বা অজ্ঞানে লভা

পাথিৱ সুখত বিৰাগী হৈ সকলো জগতকে বাসুদেৱময় দেখি কেৱল পৰমাত্মাতে ৰমি থাকে, তেনে জীৱন্মুক্ত পুৰুষহে বিধিৰ কিঙ্কৰ গুচে, অর্থাৎ বিধি-বিহিত নিত্য-নৈমিত্তিক কাৰ্য্য নকৰিও থাকিব পাৰে। সেই অৱস্থা নোপোৱাপৰ্য্যন্ত নিত্য-নৈমিত্তিক কাৰ্য্য কৰিবই লাগিব আৰু বেদ-বিহিত কৰ্ম্ম ত্যাগ কৰিলে দোষ-ভাগী হব। যেতিয়া এনে বিৰক্তি জন্মিব, তেতিয়া একো নিৰ্ণয় নেথাকে, তেওঁ কৰ্ম্ম কৰিবও পাৰে নকৰিবও পাৰে। প্ৰমাণ যথা—

"তাৱত কৃষ্ণৰ ভক্ত নৱে ভক্তি অবিৰোধী কৰ্ম্ম কৰে
কৃষ্ণৰ কথাত ৰতি যাৰে নোপজয়।
যেবে ভৈল কৃষ্ণ কথাৰত নিত্য-নৈমিত্তিক আদি যত
কথাৰ বিৰোধী জানিয়া সবে তেজয়॥"
—নাম-ঘোষা।

গতিকে, যেতিয়ালৈকে ভক্তসকলৰ বিষয়ত বিৰাগ জন্মি একমাত্ৰ কৃষ্ণত ৰতি নোপজে, সেই পৰ্য্যন্ত ভক্তিৰ অবিৰোধী নিত্য-নৈমিত্তিক কৰ্ম্ম কৰি থাকিবলৈ শাস্ত্ৰই উপদেশ দিছে। সেইসকলৰ ভিতৰতে আকৌ,—

কৃষ্ণ-পদ-মাত্ৰ সেৱা কৰে সমস্ত কামনা পৰিহৰে
বেদ-ব্যৱহাৰ কদাচিতো নলঙ্ঘয়।
কৃষ্ণ-পদ-সেৱা সুখমনে কৰে অনুভৱ সৰ্ব্বক্ষণে
ইহাকে মহন্ত বুলিয়া জানা নিশ্চয়॥
— নাম-ঘোষা।



এই ঘোষাটিত সকলো বাসনা পৰিত্যাগ কৰি কৃষ্ণপদ মাত্ৰ সেৱা কৰা মহন্তসকলেও বেদ-ব্যৱহাৰ অৰ্থাৎ বৈদিক কৰ্ম্মাচৰণ-বিধি কদাচিতো লঙ্ঘন নকৰিব বুলিহে মহাপুৰুষে কৈছে। যিসকলৰ কৃষ্ণপদ-সেৱাতেই একান্ত ৰতি জন্মা নাই আৰু গৃহস্থ-জীৱন যাপন কৰি সংসাৰ-যাত্ৰা নিৰ্ব্বাহ কৰিব লগীয়া হৈছে, তেওঁলোকে বিধিৰ কিঙ্কৰ গুচিব নোৱাৰে আৰু অন্য দেৱী-দেৱ নেমানোঁ বুলিবৰো উপায় নাই। সেই কাৰণে এনে লোকৰ প্ৰতি মহাপুৰুষে উপদেশ দিছে,—

"অন্তৰত এক ঈশ্বৰক দেখিয়োক নানা বাহিৰত
অন্তৰত বোধ বাহিৰত জড়প্ৰায়।
বুদ্ধিত সমস্ত তেজিয়োক বাহিৰত সঙ্গ দেখায়োক
এহি ভাৱে ৰাম লোকত ফুৰা বেৰাই॥" (নাম-ঘোষা)।

যিসকলে সংসাৰৰপৰা মুক্ত হৈছে বা মুক্তিকামী হৈ সংসাৰ ধৰ্ম্মৰ বাহিৰ হৈছে, সিসকলে শ্ৰাদ্ধ-পিণ্ডাদি পিতৃ-কৰ্ম্ম, বিবাহাদি দাম্পত্য-কৰ্ম্ম, পুত্ৰ-কন্যাৰ পালন উপনয়ন আদি বাৎসল্য-কৰ্ম্ম ত্যাগ কৰিব পাৰে, কিন্তু সাধাৰণ গৃহস্থীয়ে পিতৃ-কৰ্ম্ম আদি কৰ্ত্তব্য-কৰ্ম্ম ত্যাগ কৰিব পৰা বিধান শাস্ত্ৰত পোৱা নাযায়। বিশেষতে তথাকথিত হৰি-কীৰ্ত্তনীয়া বা হৰি-ধ্বনীয়াসকলেও ব্ৰাহ্মণ নলগায় যদিও বিবাহ-বিধিমতেহে বিবাহ-কাৰ্য্য সম্পাদন কৰে। "পুত্ৰ-পৰিবাৰ, সবহি অসাৰ" বুলি ভাবি এক শৰণ লব পৰা সকলৰ পক্ষে বিবাহৰো দৰকাৰ নাই, আছোক তেওঁলোকে নানান দেৱতাৰ নাম লৈ অগ্নিত

হোম-আহুতি দি পূজা কৰিব। উক্ত "হৰি-কীৰ্ত্তনীয়া"সকলৰ ধৰ্ম্মাচাৰ্য্য জনদিয়েকে বিবাহ-বিধিৰ প্ৰচাৰকৰূপে নিজে কৰ্ম্ম-কাণ্ডী হৈ পুৰোহিতালি কৰি বিবাহ-কাৰ্য্য সম্পাদন কৰোৱাৰ কথাও শুনা গৈছে। যদি তেওঁলোকৰ এনে কৰ্ম্ম একশৰণ নাম-ধৰ্ম্মৰ লগত খাপ খায়, তেন্তে পিতৃ-কৰ্ম্ম শ্ৰাদ্ধ-পিণ্ডাদি খাপ নেখাবৰ কোনো কাৰণ নাই।

মহাপুৰুষে "একখানি মাত্ৰ শাস্ত্ৰ নিষ্ঠ দেৱকী-নন্দনে কৈলা যাক" বোলা কথা ফাকিৰে গীতাকেই শ্ৰেষ্ঠ-শাস্ত্ৰ বুলি স্বীকাৰ কৰি গৈছে। সেই গীতাত ভগৱন্তই অৰ্জ্জুনক কৈছে,—

"ন মে পাৰ্থাস্তি কৰ্ত্তব্যং ত্ৰিষু লোকেষু কিঞ্চন।
নানৱাপ্তমৱাপ্তব্যং ৱৰ্ত্ত এৱচ কৰ্ম্মণি॥
যদি হ্যহং ন ৱৰ্ত্তেয়ং জাতু কৰ্ম্মণ্যতন্দ্ৰিতঃ।
মম ৱৰ্ত্মানুৱৰ্ত্তন্তে মনুষ্যাঃ পাৰ্থ সৰ্ব্বশঃ॥
উৎসীদেয়ুৰিমে লোকা ন কুৰ্য্যাং কৰ্ম্ম চেদহম্।
সঙ্কৰস্য চ কৰ্ত্তা স্যামুপহন্যামিমাঃ প্ৰজাঃ॥"

ইয়াৰ সংক্ষেপাৰ্থ হৈছে "হে পাৰ্থ, এই সংসাৰত মোৰ কৰ্ত্তব্য একোৱেই নাই। তথাপি মই কৰ্ম্ম কৰিছোঁ, মোকে দেখি অন্যসকলে কৰ্ম্ম কৰক বুলি। যদি মই কৰ্ম্ম নকৰোঁ, তেন্তে মোকে দেখি অন্যেও কৰ্ম্ম নকৰিব, আৰু কৰ্ম্মলোপ বশতঃ ধৰ্ম্ম নষ্ট হোৱাৰ ময়েই মূল কাৰণ হম।"

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱেও এনে উপদেশকে দি গৈছে। এবাৰ একাদশীৰ দিনা শ্ৰীমাধৱদেৱে চাউল এপোহা পানীৰে



সৈতে ভোজন কৰাত লাগি তেৱাৰ প্ৰতি অসন্তুষ্ট হৈ তেৱা-সকলে নিজে নিত্য-নৈমিত্তিক আদি কৰ্ম্ম কৰি আনৰ প্ৰতি আদৰ্শ দেখুৱাবৰ নিমিত্তে শ্ৰীশঙ্কৰদেৱে এই বুলি উপদেশ দিছিল,—

"শুনিয়োঁ মাধৱ তুমি আমি কৰোঁ যাক।
আনো সব লোকে ধৰ্ম্ম বুলিবেক তাক॥
এতেকে বিহিত কৰ্ম্ম কৰিতে যুৱায়।
অবিহিত নকৰিবা মোৰ অভিপ্ৰায়॥" (দ্বিজভূষণ)।

## বেদ-পথ ত্যাগ কৰাৰ উপদেশ

কোনো কোনোৱে বা ভাগৱতৰ একাদশ স্কন্ধত ভগবান শ্ৰীকৃষ্ণই উদ্ধৱক বানপ্ৰস্থী হৈ বদৰিকাশ্ৰমলৈ যাবৰ সময়ত দিয়া উপদেশ,—

"এতেকে উদ্ধৱ তুমি চাবা বেদ-পন্থ।
যিবা জানা শুনা মানে এৰা আন গ্ৰন্থ॥"

এই পদ ফাকিলৈ আঙুলিয়াইছে। উক্ত উপদেশ বিষয়-বিৰক্ত হৈ গৃহত্যাগী হবৰ সময়তহে উদ্ধৱক শ্ৰীকৃষ্ণই দিছিল। উদ্ধৱ বাল্যকালৰপৰা শ্ৰীকৃষ্ণৰ অন্তৰঙ্গ পৰম ভকত আছিল। শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ-প্ৰয়াণ হোৱাৰ সময়লৈকে উদ্ধৱে বেদ-বিহিত কৰ্ত্তব্য-কৰ্ম্ম সকলো কৰি আছিল। উক্ত পদ ফাকিৰ মূল শ্লোক হৈছে এই,—

"তস্মাত্ত্বমুদ্ধৱোৎসৃজ্য চোদনাং প্ৰতিচোদনাম্।
প্ৰবৃত্তিঞ্চ নিবৃত্তিঞ্চ শ্ৰোতব্যং শ্ৰুতমেৱচ।"

অর্থাৎ "হে উদ্ধৱ, তুমি শ্রৌত-বিধি আৰু স্মার্ত্ত-বিধি, প্রবৃত্তি, নিবৃত্তি শ্রোতব্য বা শ্রুত বিষয় সকলো ত্যাগ কৰা"। ইয়াৰ আগতে শ্রীকৃষ্ণই উদ্ধৱক কৈছিল,—

"ন ৱস্তব্যং ত্বয়ৈবেহ ময়া ত্যক্তে মহীতলে।
জনোঽধর্ম্ম-রুচির্ভদ্র ভৱিষ্যতি কলৌ যুগে ॥
তত্ত্ব সর্ব্বং পৰিত্যজ্য স্নেহং স্বজন-বন্ধুষু।
ময্যাৱেশ্য মনঃ সম্যক্ সমদৃক্ ৱিচৰস্ব গাম্ ॥"

অর্থাৎ "হে ভদ্র! মই এই মর্ত্ত্যলোক পৰিত্যাগ কৰিলে তুমি আৰু ইয়াত নেথাকিবা। কলি-যুগৰ লোক অত্যন্ত অভদ্ৰৰুচিসম্পন্ন হব। তেতিয়া তুমি স্বজন-বান্ধৱৰ স্নেহশূন্য হৈ মোতে মনোনিবেশ কৰি সকলোতে সমদৃষ্টি হৈ পৃথিবী-বিচৰণ কৰি ফুৰিবা।" গতিকে, উদ্ধৱে পোৱা অৱস্থাৰে যিসকল গৃহ-ত্যাগী হব, তেওঁলোক সকলো বিধি-বিধানৰ বাহিৰ। বৈষ্ণৱৰ বাহিৰে অন্য পন্থা মতেও এনে বিষয়-বিৰাগীয়ে লৌকিক বৈদিক কর্ম্ম ত্যাগ কৰাৰ ব্যৱস্থা আছে।

ভগৱান শ্রীকৃষ্ণই উদ্ধৱক দিয়া উপৰোক্ত উপদেশৰ লগত গীতাৰ শেষ উপদেশ "সর্ব্বধর্ম্মান্ পৰিত্যজ্য" এই শ্লোকৰ সম্পূর্ণ সামঞ্জস্য আছে। যিসকল কর্ম্মত্যাগী হব পৰা একান্ত ভকত, সিসকলৰ লক্ষণ ভাগৱতে কেনেকৈ প্রকাশ কৰিছে চাওক,—

"বাক্যে গদগদ কৰে প্রেমৰ ভৰত।
দ্ৰৱে চিত্ত স্মৰি মোৰ মহিমা অনন্ত ॥



ভকতৰ বশ্য মই হেনয় আকলি।
পৰম আনন্দে হাসি তোলে খলখলি ॥
এত কাল ভৈলোঁ। তজু সেৱায়ে বঞ্চিত।
এহি বুলি শোকে আতি কান্দে কদাচিত ॥
এবে পাইলোঁ। পাইলোঁ। বুলি কতো গাৱে গীত।
পৰম হৰিষে উঠি কতো কৰে নৃত্য ॥
এহি মত ভাব যাৰ মিলিল প্রচুৰ।
ঘুচে লজ্জা আদি মায়া এৰি হোৱে দুৰ ॥
মুকুতিতো অধিক আনন্দ অতি মিলে।
জগত পবিত্ৰ হোৱে তাহাঙ্ক দেখিলে ॥"

× × ×

"সিহেতু ভকতি সুখ পৰম দুর্ল্লভ।
কৃষ্ণৰ করুণা বিনে কুহিকে সুলভ ॥
এহি তাতপর্য্য কহে ভাগৱত গ্রন্থ।
ইহলোকে হৰি-ভকতিসি মুখ্য পন্থ ॥"

× × ×

"কপিল বদতি দেৱহূতি শুনিয়োক।
আমাক একান্ত চিত্তে ভজে যিটো লোক ॥
তাহাৰা সবৰ কৰোঁ লক্ষণ বিদিত।
সবাৰো সুহৃদ মহা কারুণিক চিত্ত ॥
ক্ষমাশীল শান্ত সাধু সুশীলভূষণ।
তাসম্বাৰ শত্রু কৈতো নাহি উতপন ॥

নিষ্কামে ভকতি মোত কৰন্ত একান্তে।
মোক ত্যজি নভজন্ত আনক প্ৰাণান্তে॥
সুহৃদ বান্ধৱ ধন জন কৰ্ম্ম যত।
মোৰ প্ৰীতি অৰ্থে সবে ত্যজন্ত সমস্ত॥"

× × ×

"শুনিয়ো উদ্ধৱ সখি কহোঁ প্ৰসঙ্গত।
ভকতিৰ চিহ্ন যাৰ নভৈল বেকত॥
নোহে চিত্ত দ্ৰৱ যাৰ শৰীৰ পুলক।
যাহাৰ নেত্ৰত নাহি আনন্দ লোতক॥
তবে কেনমতে তাৰ লক্ষিবা ভকতি।
বিনে ভক্তি চিত্ত শুদ্ধ নোহে মহামতি॥"

(ভক্তি-ৰত্নাৱলী)।

উপৰোক্ত অৱস্থা যদি কোনোবাই পাইছোঁ বুলি ভাবে বা কব খোজে, তেন্তে তেওঁ তলত উল্লেখ কৰা ঘোষাটিৰ নাম-মহিমাৰো নিশ্চয় গৰাকী হৈছে।

"জানা শ্ৰীৰাম নাম নিজ সমস্ত শাস্ত্ৰৰ মূল বীজ
সঞ্জীৱনী-প্ৰায় যাৰ মনে প্ৰবেশয়।
যদি হলাহল পান কৰে প্ৰলয়-বহ্নিত যদি পৰে
মৃত্যুৰ মুখত প্ৰবেশিলে নাহি ভয়॥"

এনেকুৱা একান্ত শৰণ লোৱা লোক নিৰ্ভয় হয়। তেওঁ সংসাৰত দেহ-ধন-জনৰ হানি-বিঘিনি আদি একোলৈকে ভয় নকৰে, কাৰণ এইবিলাকৰ প্ৰতি তেওঁৰ কোনো মায়া-



মমতা নেথাকে। "হৰি-চৰণত শৰণ লৈলোঁ, মানৱী জনম সফল কৈলোঁ।"—বুলি তেওঁ তেওঁৰ দেহ-পাত হোৱালৈকো ভয় নকৰে, কাৰণ তেনে দেহাৰ আৰু প্ৰয়োজন নাই। দেহাতকৈ আন কোনো ধনেই মূল্যবান নহয়। এনে দেহলৈকো মমতাশূন্য হোৱাৰ পিছত তেওঁ আন কোনো ধন-সম্পত্তিৰ নিমিত্তে লালায়িত নহয়। পিতৃ-মাতৃ, ভাৰ্য্যা-মিত্ৰ, পুত্ৰ-ভৃত্য এইবিলাকৰ বান্ধনিয়ে মোক্ষ-পথৰপৰা সংসাৰলৈ টানে, গতিকে তেওঁ তেনে বান্ধনি ছেদ কৰে। এনে ভকত বেমাৰ পৰিলেও ডাক্তৰ-কবিৰাজৰ শৰণাপন্ন নহয়, কাৰণ তেওঁ এই বুলি ঈশ্বৰত সম্পূৰ্ণ নিৰ্ভৰ আৰু বিশ্বাস কৰে,—

"একান্ত শৰণে যিটো নাম লৱে
ফুৰা হৰি তাঙ্ক ৰাখি।
ইহাত যদ্যপি সঞ্জাত নযাহা
লোৱা প্ৰহ্লাদত সাক্ষী॥" (নাম-ঘোষা)।

কোনোৱে তেওঁৰ সৰ্ব্বস্ব হৰণ কৰি নিলে আন কি প্ৰাণ-হানিজনক কাৰ্য্য কৰিলেও তেওঁ আইন-আদালতৰ শৰণাপন্ন নহয়, সামান্য মাটি-ভেটি বা অন্য কোনো লাভৰ কাৰণে মিছা সাক্ষ্য দিবলৈ যোৱাটোতো দূৰৰে কথা। তেনে ভকতে ঈশ্বৰৰ বাহিৰে অন্য কাৰো অধীন নহয়, আছোক চৰকাৰী বা বে-চৰকাৰী চাকৰী কৰি পৰাধীন জীৱন যাপন কৰিব। এনে অৱস্থা পোৱা লোক হেজাৰ হেজাৰহে নেলাগে লাখ লাখৰ ভিতৰতো এজন ওলাব বুলি মনে নধৰে।

গতিকে, সাধাৰণ কৰ্ম্মী লোকৰ পক্ষে গৃহস্থ-ধৰ্ম্মৰ নিত্য-নৈমিত্তিক কৰ্ম্ম ত্যাগ কৰাৰ উদাহৰণ দাঙি ধৰিলে ঐহিক পাৰত্ৰিক সকলো প্ৰকাৰে সৰ্ব্বনাশ সাধন কৰিবলৈহে যোৱা হব। কাৰণ,

"যেন মহা ব্ৰহ্ম-জ্ঞান ৰাখন দুষ্কৰ।
তেনয় দুষ্কৰ নাম কৰ্ম্মী মনুষ্যৰ॥
আসে আন বচন মুখত সৰসৰি।
ওঠক কঁৰালে যেন যেবে বোলে হৰি॥
নাসিবে জিহ্বাত নাম নুহিবে বিশ্বাস।
কৰ্ম্মকো দেখিবে মিছা ব্যৰ্থসে প্ৰয়াস॥
নাম কৰ্ম্ম এৰি হুইবে পাষণ্ড-পৰায়।"

—শ্ৰীশঙ্কৰদেৱৰ ষষ্ঠ স্কন্ধ ভাগৱত।

সেই কাৰণে বিষয়ত বিৰক্ত হৈ শ্ৰীকৃষ্ণত ঐকান্তিক ৰতি জন্মি নিবৃত্তি-মাৰ্গত উপনীত নোহোৱা পৰ্য্যন্ত ভক্তি-অবিৰোধী নিত্য-নৈমিত্তিক কৰ্ম্ম বৈষ্ণৱসকলেও কৰি থাকিব লাগে বুলি শাস্ত্ৰই উপদেশে দিব লাগিছে। যিজনৰ শ্ৰীকৃষ্ণ-কথাত ঐকান্তিক ৰতি জন্মিব, বহোঁতে, উঠোঁতে, খাওঁতে, শোঁওতে, যাওঁতে, আহোঁতে একমাত্ৰ শ্ৰীকৃষ্ণৰ চিন্তা আৰু নাম-কীৰ্ত্তনহে যাৰ সাৰ হব, স্ত্ৰী-পুত্ৰাদি বিষয়-সুখত যাৰ স্পৃহা নথাকিব, যেতিয়া আপোন-পৰ নেদেখি সকলো প্ৰাণীতে যাৰ সমভাৱ আহিব, শৃগাল-কুকুৰ-গৰ্দভকো যি আত্মাৰাম-ভাৱেৰে চাব পৰা হব, সেই জনহে বৈদিক, লৌকিক সকলো বিধি-বিধানৰ বাহিৰ হব,



অৰ্থাৎ বিধিৰ কিঙ্কৰ ভাগিব পাৰিব। গুৰু-চৰিত্ৰত লিখা আছে যে, শ্ৰীৰাম আতাক এনে জীৱন্মুক্ত-অৱস্থা-প্ৰাপ্ত হোৱা দেখি শ্ৰীমাধৱদেৱে তেৰাই পিতৃ-শ্ৰাদ্ধ নকৰিলেও হ'ব বুলি আজ্ঞা কৰিছিল।

## নামৰ দ্ৰোহী কোন?

বৈষ্ণৱ-শাস্ত্ৰমতে নামৰ দ্ৰোহ আচৰণ কৰাতকৈ মহাপাপ আৰু একো নাই। শ্ৰীশঙ্কৰদেৱে "কীৰ্ত্তন-ঘোষা"ৰ নামাপৰাধ-খণ্ডত এই বিষয়ে বহলাই লিখি উপদেশ দি কৈছে,

"সুহৃদ হৰি-নাম সমস্তৰে।
তাৰ অপৰাধ যি নৰে কৰে॥
তাহাৰ ৰক্ষাৰ নাহি উপায়।
অৱশ্যে সিটো অধোগতি যায়॥
হৰিয়ো ৰাখিবে নোৱাৰে তাক।"

"পদ্ম-পুৰাণ"ৰ স্বৰ্গ-খণ্ডত নামৰ দশ-অপৰাধ এইদৰে বৰ্ণোৱা আছে,—

"সতাং নিন্দা নাম্নঃ পৰমমপৰাধং বিতনুতে
যতঃ খ্যাতিং যান্তং কথমুৎসহতে তদ্বিগৰ্হাম্।
শিৱস্য শ্ৰীৱিষ্ণোৰ্য ইহ গুণনামাদি সকলং
ধিয়া ভিন্নং পশ্যেৎ স খলু হৰিনামাহিতকৰঃ॥
গুৰোৰৱজ্ঞা শ্ৰুতিশাস্ত্ৰনিন্দনং তথাৰ্থৱাদো হৰিনাম্নি কল্পনম্।
নাম্নো বলাদ্‌যস্য হি পাপবুদ্ধিৰ্ন বিদ্যতে তস্য যমৈৰ্হি শুদ্ধিঃ॥

ধৰ্ম্মব্ৰতত্যাগহুতাদিসৰ্ব্বশুভক্ৰিয়া সাম্যমপি প্ৰমাদঃ।
অশ্ৰদ্দধানো ৱিমুখোঽপ্যশৃণ্বন্ যশ্চোপদেশঃ স নামাপৰাধঃ॥
শ্ৰুত্বাপি নাম-মাহাত্ম্যং যঃ প্ৰীতিৰহিতোঽধমঃ।
অহম্মমাদিপৰমো নাম্নি সোঽপ্যপৰাধকৃৎ॥”

শ্ৰীমাধৱদেৱে নাম-মালিকা” পুথিত ইয়াৰ অনুবাদ এই-দৰে কৰিছে,—

(১) “মহন্তসৱক নিন্দা কৰে যিটো নৰ।
নামৰ পৰম অপৰাধী শ্ৰেষ্ঠতৰ॥
নামৰ প্ৰখ্যাতি আতি হোৱে যাত হন্তে।
নামে কি সহিব পাৰে তাহাক নিন্দন্তে॥

(২) শিৱৰ বিষ্ণুৰ যত গুণ-নামচয়।
তাক ভেদ-বুদ্ধি কৰে যিটো দুৰাশয়॥
জানিবা নামৰ ইটো অপৰাধ আতি।
আপোনাক আপুনি কৰিলে সিটো শাস্তি॥

(৩) যিটো উপদেশ-দাতা গুৰুক নিন্দয়।
জানা সিটো নাম-অপৰাধী আতিশয়॥

(৪) বেদ-শাস্ত্ৰ নিন্দা কৰে যিটে নৰাধম।
নাম-অপৰাধী আৰ নাহি তাক সম॥

(৫) নসহয় গাৱে শুনি নামৰ মহত্ত্ব।
কৰে অৰ্থবাদ অতি হৰিৰ নামত॥
নামে কি এতেক কাৰ্য্য সাধিবাক পাৰে।
এহি বুলি নামক নসহে দুৰাচাৰে॥

× × ×



(৬) নামৰ বলত থাকি পাপ আচৰয়।
তাক যম-নিয়মেয়ো শুদ্ধ-নকৰয়॥

× × × × ×

(৭) ধৰ্ম্ম-ব্ৰত-দান-হোম আদি কৰি যত।
নানাবিধ শুভ-ক্ৰিয়া আছয় লোকত॥
প্ৰমাদত নামে সমে কৰয় সমান।
নাম-অপৰাধী সিটো জানিবা প্ৰধান॥

(৮) নপাতয় কাণ শ্ৰদ্ধা নাহিকয় লেশ।
তাকো যিটো জনে দেয় নাম উপদেশ॥
সিয়ো নাম-অপৰাধী জানিবা নিশ্চয়।
আপোনাৰ দোষে দুখ পাৱে দুৰাশয়॥

(৯) শুনিয়া নামৰ মহা মহিমা পৰম।
তথাপি নামত প্ৰীতি নকৰে অধম
নাম-অপৰাধী ইটো পৰম দুৰ্ঘোৰ।
নৰক-যাতনা ভুঞ্জি নপাইবেক ওৰ॥

(১০) নামৰ মহিমা শুনি কাণো নপাতয়।
আপোনাৰ মহত্ত্ব আপুনি বখানয়॥
আমাত কৰিয়া ইসি ভক্ত অতিশয়।
এহি বুলি হৰি-ভকতক বিকৰ্থয়॥ *

---

* “সাত্বত-তন্ত্ৰ”ত এই দশম নামাপৰাধ এইদৰে লিখা আছে,—
“নামৰ কীৰ্ত্তন, কৰিয়ো যত্তপি. মহা অহম্মম কৰে।
বোলে মই মাত্ৰ, নাম-গ্ৰাহী ভক্ত, কোন আছে মোত পৰে॥”

নাম-অপৰাধী ইটো জানিবা প্ৰত্যেক।
নানান নিকাৰ দুখ ভুঞ্জয় অনেক ॥”

নামৰ এই দশ-অপৰাধৰ ভিতৰতেই শ্ৰেষ্ঠ বা পৰম দ্ৰোহ হৈছে সন্ত-ভক্তৰ নিন্দা। নাম-ধৰ্ম্মৰ মাহাত্ম্যত বৰকৈ আকৃষ্ট হোৱা তথাকথিত “হৰি-ধ্বনীয়া” বা “হৰি-কীৰ্ত্তনীয়া” সকলৰ পক্ষে সন্ত-ভক্তৰ নিন্দা কৰাটি দৈনিক আহাৰৰ দৰে হৈ পৰিছে। শ্ৰাদ্ধ-পিণ্ডাদি অৱশ্য-কৰ্ত্তব্য নিত্য-নৈমিত্তিক কৰ্ম্ম শাস্ত্ৰ-বিধিমতে আচৰণ কৰা বা এইবিলাক কৰ্ম্ম তেনেকৈ কৰিবলৈ পৰামৰ্শ দি নিৰীহভাৱে কিতাপ-পত্ৰ প্ৰকাশ কৰা সন্ত-ভক্ত-সকলক তেওঁলোকে “অশৰণীয়া”, “অভকতীয়া”, “নামৰ অপৰাধী” আদি বুলিয়েই ক্ষান্ত থকা নাই, ইতৰ পশু-পক্ষীত খটা দুৰ্ব্বাক্য প্ৰয়োগ কৰিবলৈকো কুণ্ঠিত হোৱা নাই। নিৰপেক্ষ ৰাইজে বিচাৰ কৰি চাওক ওপৰত উল্লেখ কৰা দহোটি নামৰ অপৰাধৰ ভিতৰত কেইটি কাৰ গাত কেনেকৈ খাটিছে।

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে “বৈষ্ণৱানন্দ-লহৰী” নামে শাস্ত্ৰৰ-পৰা আনি তেখেতৰ “ভক্তি-ৰত্নাকৰ” পুথিত শ্ৰীকৃষ্ণৰ বাণীৰে দৃঢ়ভাৱে কৈছে,

“যো মে ভক্তস্য নিন্দাৰ্থী ন মে ভক্তঃ স পাৰ্থিৱ।”

“ভকত মুহিকে মোৰ সেহিসে পাতকী ঘোৰ
যিটো নিন্দে মোৰ ভকতক ॥৮৫৫
তাৰ আৰ নাহি গতি যাইবে সিটো অধোগতি
ভুঞ্জিবে যাতনা নৰকত ॥”—( ভক্তি-ৰত্নাকৰ )।

---



## সামৰণি

মুঠতে আমি শাস্ত্ৰ-ভাগৱতৰ মতেই আমাৰ বক্তব্য প্ৰকাশ কৰিছোঁ। পূৰ্ব্বীয় মহাপুৰুষসকলে কৈ গৈছে—

“শাস্ত্ৰমত এৰি যি কথা কহয়
কেৱল পাষণ্ড-নয়।
আছোক কৃষ্ণক পাইবে কদাচিতো
নুগুচে সংসাৰ ভয় ॥” ( নাম-ঘোষা )।

“বোলোক আসি ভাগৱত চাই।
তেবেসে বুজোঁ তাৰ মুনিষাই ॥” ( কীৰ্ত্তন-ঘোষা )।

ইতৰ লোকৰ দৰে মুখ-চুপতি বাক্-বিতণ্ডা নকৰি শাস্ত্ৰীয় মত শাস্ত্ৰীয় যুক্তিৰে আলোচনা কৰি এটি সিদ্ধান্তত উপনীত হোৱাটিকে আমি সকলোৱে কামনা কৰোঁ আৰু বোধহয় নিৰপেক্ষ ৰাইজেও তাকেই বিচাৰিছে। ধৰ্ম্মসম্পৰ্কীয় ইমান গুৰুত্বপূৰ্ণ আলোচনা এটি এনেকৈ তললৈ নমোৱাটো ভদ্ৰ-সমাজে কেতিয়াও নিবিচাৰে।

আমাৰ বিৰুদ্ধ সমালোচকসকলে অনেক স্থলত শাস্ত্ৰীয় যুক্তিৰে নোৱাৰিলে খণ্ডত শাস্ত্ৰকেই দলিয়াই পেলাইছে আৰু নাম-ধৰ্ম্মৰ দোহাই দি শাস্ত্ৰাচাৰ বৰ্জ্জন কৰাৰ আধুনিক যুক্তিও দেখুৱাইছে। যদি শ্ৰুতি-স্মৃতি, পুৰাণ-ভাগৱত, গীতা-সংহিতা আদিৰ মত পুৰণিকলীয়া বামুণৰ পক্ষপাতী ব্যৱস্থা বুলি মানিবই নেলাগে, তেন্তে তথাকথিত একশৰণীয়া ভকত-সকলে মাহী-পেহী, বাই-ভনী, জী-ভতিজা আদি অগম্যা-গমন

আৰু গো-মাংস আদি অভক্ষ্য ভক্ষণ কৰিও চলিব পৰা হব লাগিছিল। কীৰ্ত্তন-দশম, ঘোষা-ৰত্নাৱলী আদি নাম-ধৰ্ম্মৰ শাস্ত্ৰতো সেইবিলাক কৰ্ম্মৰ বাধা লেখি থৈ যোৱা নাই হ'বলা। নাম-ধৰ্ম্মৰে সকলো শুদ্ধ কৰিবলৈ যোৱা-সকলে শৌচ কৰি মাটি-পানী লৈ স্নান নকৰাকৈয়ো নাম-কীৰ্ত্তন ভোজনাদি কাম চলাব পাৰিব লাগিছিল। পিছে তেনে মত দেখোন মহাপুৰুষসকলে দেখুৱাই থৈ যোৱা নাই।

"গৰুড়-পুৰাণ"ত শ্ৰীকৃষ্ণই গৰুড়ক কৈছে যে, নাস্তিকত্ব, ব্ৰত-লোপ, দম্ভ, নিতৌ কাজিয়া কৰা, মাতৃ-পিতৃ-হিংসা, দেৱ-নিন্দা, ব্ৰাহ্মণৰ দোষ-কীৰ্ত্তন, শ্ৰুতি-স্মৃতি-পুৰাণ আদি ধৰ্ম্ম-শাস্ত্ৰ-জ্ঞানৰ ক্ৰমাগত হানি, দেৱতা তীৰ্থ আৰু দ্বিজসকলৰ নিন্দা, বছেৰেকীয়া আদি শ্ৰাদ্ধ শুদ্ধভাৱে নকৰা আদি কাৰ্য্য প্ৰেতৰূপে পতিত হৈ থকা মৃতকৰ দোষতেই হয়। প্ৰমাণ, যথা,—

"নাস্তিক্যং ব্ৰত্তলোপশ্চ মহালোভস্তথৈৱ চ।
স্যাদ্দম্ভ-কলহো নিত্যং সা পীড়া প্ৰেত-সম্ভৱা॥
পিতৃ-মাতৃ-নিহন্তা চ দেৱ-ব্ৰাহ্মণ নিন্দকঃ।
হত্যাদোষমৱাপ্নোতি সা পীড়া প্ৰেত-সম্ভৱা॥
শ্ৰুতি-স্মৃতি-পুৰাণেষু ধৰ্ম্ম-শাস্ত্ৰ-সমুদ্ভৱে।
অভাৱো জায়তে ধৰ্ম্মে সা পীড়া প্ৰেত-সম্ভৱা॥
ভাৱ-শুদ্ধ্যা ন কুৰুতে শ্ৰাদ্ধং সাংবৎসৰাদিকম্।
স্বয়মেৱ ন কুৰ্ব্বীত সা পীড়া প্ৰেত-সম্ভৱা॥"

সপ্তমস্কন্ধ ভাগৱতৰ "সৰ্ব্বধৰ্ম্মৰ সাৰবৰ্ণন" অধ্যায়ত নাৰদে যুধিষ্ঠিৰক কৈছে,—



"ৱিধৰ্ম্মঃ পৰধৰ্ম্মশ্চ আভাস উপমা ছলঃ।
অধৰ্ম্মশাখাঃ পঞ্চেমা ধৰ্ম্মজ্ঞোঽধৰ্ম্মৱৎ ত্যজেৎ॥
ধৰ্ম্মবাধো ৱিধৰ্ম্মঃ স্যাৎ পৰধৰ্ম্মোঽন্যচোদিতঃ।
উপধৰ্ম্মস্তু পাষণ্ডো দম্ভো ৱা শব্দভিচ্ছলঃ॥
যস্ত্বিচ্ছয়া কৃতঃ পুংভিৰাভাসো হ্যাশ্ৰমাৎ পৃথক্।
স্বভাৱৱিহিতো ধৰ্ম্মঃ কস্য নেষ্টঃ প্ৰশান্তয়ে॥"

অৰ্থাৎ "ধৰ্ম্মজ্ঞসকলে বিধৰ্ম্ম, পৰধৰ্ম্ম, আভাস-ধৰ্ম্ম, উপ-ধৰ্ম্ম আৰু ছল-ধৰ্ম্ম—এই পাঁচোটি অধৰ্ম্ম-শাখা অধৰ্ম্মৰ নিচিনাকৈ পৰিত্যাগ কৰিব। ধৰ্ম্মবুদ্ধিৰেও যি কৰিলে স্বধৰ্ম্মৰ হানি হয় সেয়ে ৱিধৰ্ম্ম। এজনৰ পক্ষে বিহিত ধৰ্ম্ম আন জনৰ পক্ষে ( যেনে বানপ্ৰস্থী আদিৰ পক্ষে বিহিত ধৰ্ম্ম গৃহস্থীৰ পক্ষে ) পৰধৰ্ম্ম ; পাষণ্ড অৰ্থাৎ বেদবিৰুদ্ধ ধৰ্ম্ম অথবা নিজৰ ধাৰ্ম্মিকত্ব প্ৰচাৰ কৰিবৰ নিমিত্তে অনুষ্ঠিত যি ধৰ্ম্ম সেয়ে উপধৰ্ম্ম ; ধৰ্ম্ম-প্ৰতিপাদক শব্দৰ ভেদ অৰ্থাৎ মুখ্যাৰ্থ পৰিত্যাগ কৰি অন্য প্ৰকাৰ অৰ্থ কৰি যি ধৰ্ম্মৰ অনুষ্ঠান কৰা হয় তাৰ নাম ছলধৰ্ম্ম ; যি ধৰ্ম্ম চাৰি আশ্ৰম-ধৰ্ম্মৰপৰা পৃথকৰূপে মানুহে স্বাভিৰুচিৰে কল্পনা কৰে সেয়ে আভাস ধৰ্ম্ম নামে কথিত হয়। স্বভাববিহিত ধৰ্ম্ম শান্তি-লাভৰ নিমিত্তে কাৰ নো অভিলষিত নহয় ? এতেকে সকলোৱেই এই অধৰ্ম্ম-শাখা-বিলাক পৰিত্যাগ কৰা কৰ্ত্তব্য।"

আমি আগেয়ে প্ৰকাশ কৰা অভিমত-পুস্তিকাখনিৰ ঠায়ে ঠায়ে সদাশয় পাঠকসকলৰ অভিৰুচি অনুযায়ী এইবাৰ নতুন

তাওৰণত কিছু কথা যোগ-বিয়োগ করা হৈছে। আগৰখনিত কথা বহুত চমু হৈ যোৱা বাবে পাঠকসকলে অনেক প্ৰশ্ন কৰা বাবেই এইবাৰ অলপ কথা বঢ়াই লিখা হ'ল। আৱশ্যক যেন বোধ কৰিলে এই পুস্তিকা পুনৰ প্ৰকাশ কৰা হ'ব। ইতি।

গোলাঘাট বাহৰ, ৫ বৈশাখ, ১৮৭২ শক। } শ্ৰীশ্ৰীআউনীআটীয় গোস্বামী।

শ্ৰীশ্ৰীগোবিন্দঃ।

# অশৌচ-পালন আৰু শ্ৰাদ্ধ-পিণ্ডাদি কৰ্ম্ম সম্পৰ্কে সমালোচনামূলক অভিমত



## "দশাহ ব্যৱস্থা আৰু হৰি-নাম-মাহাত্ম্য" নামৰ পুস্তিকা

সৰ্ব্ববৰ্ণৰ দশাহ অশৌচ পালন আৰু হৰি নামেৰেই শ্ৰাদ্ধ-পিণ্ডাদি যাৱদীয় অন্ত্যেষ্টি-ক্ৰিয়া সমাপন কৰাৰ বিষয় লৈ অসমত চলি থকা আন্দোলনৰ বিষয়ে আমাৰ মতামত প্ৰকাশ কৰিবলৈ অনেকে আমাক অনুৰোধ কৰিছে। এই আন্দোলন সম্পূৰ্ণ সমৰ্থন কৰি লিখা আৰু প্ৰথমে গোলাঘাটৰ "যদুমণি প্ৰেছ"ত আৰু পিছত যোৰহাটৰ 'অন্নদা প্ৰেছ"ত ছপা হোৱা, "প্ৰকাশক– গড়মূৰীয় গোস্বামী" বুলি উল্লিখিত দশাহ ব্যৱস্থা আৰু হৰিনাম মাহাত্ম্য নামেৰে ৭ পৃষ্ঠাৰ ব্যৱস্থা-পত্ৰ এখনি আমাৰ হাতত পৰাত, এই ব্যৱস্থা-পত্ৰৰ সমালোচনা-স্বৰূপেই আমাৰ অভিমত প্ৰকাশ কৰি তলৰ কথাখিনি লিখা হ'ল।

এই ব্যৱস্থা-পত্ৰখনিৰ প্ৰথম পৃষ্ঠাত লিখা আছে,—"গৰুড়-পুৰাণত প্ৰভু ভগৱন্তই গৰুড়ৰ আগত কোৱা বাণী আছে যে,—

সৰ্ব্বেষামেব বৰ্ণানাং সূতকে মৃতকে তথা।
দশাহাৎ শুদ্ধিৰিত্যেষঃ কলৌ শাস্ত্ৰস্য নিশ্চয়ঃ ॥

অৰ্থাৎ কলিযুগত সকলো বৰ্ণৰে, সূতক ( জননাশৌচ ) আৰু মৃতক ( মৰণাশৌচ ) দহ দিনতে শুদ্ধ হয়, এয়ে সৰ্ব্বশাস্ত্ৰ সম্মত সিদ্ধান্ত।"

উল্লিখিত বচনটি অষ্টাদশ মহাপুৰাণৰ অন্তৰ্গত গৰুড়-পুৰাণত পোৱা নেযায়। ই হৈছে "গৰুড়পুৰাণ-সাৰোদ্ধাৰ" নামৰ এখন পুথিৰ ১৩ অধ্যায়ৰ ১৯ সংখ্যাৰ শ্লোক। কিন্তু সেই অধ্যায়ৰে ৬ সংখ্যাৰ শ্লোকত এই বুলিহে লিখা আছে ;—

"ব্ৰাহ্মণস্তু দশাহেন ক্ষত্ৰিয়ো দ্বাদশেঽহনি।
বৈশ্যঃ পঞ্চদশাহেন শূদ্ৰো মাসেন শুধ্যতি ॥"

অৰ্থাৎ "ব্ৰাহ্মণৰ দহ দিনত, ক্ষত্ৰিয়ৰ বাৰ দিনত. বৈশ্যৰ পোন্ধৰ দিনত, শূদ্ৰৰ ত্ৰিশ দিনত অশৌচ-শুদ্ধি হয়"। একেখন শাস্ত্ৰৰ একে অধ্যায়তে একে বিষয়ৰ প্ৰসঙ্গতে এনে প্ৰকাৰৰ পৰস্পৰ বিৰোধী সিদ্ধান্ত থকাটি সম্পূৰ্ণ অসম্ভৱ। তদুপৰি মূল "গৰুড়-পুৰাণ"তো এইদৰে থকাহে পোৱা গৈছে,—

"দশ-দ্বাদশ-ৱৰ্ণানাং তথা পঞ্চদশৈৱ চ।
ত্ৰিংশদ্দিনানি চ তথা ভৱতি প্ৰেত-সূতকম্ ॥"
"জাতিৱিপ্ৰো দশাহাত্তু ক্ষত্ৰো দ্বাদশকাদ্দিনাৎ।
পঞ্চদশাহাদ্বৈশ্যস্তু শূদ্ৰো মাসেন শুধ্যতি ॥"



অৰ্থাৎ "ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰৰ যথাক্ৰমে দহ, বাৰ, পোন্ধৰ আৰু ত্ৰিশ দিনত জনন-মৰণাশৌচৰ শুদ্ধি হয়"। এই পুৰাণত আন কি ব্ৰহ্মবিদ্‌সকলৰ পক্ষেও অশৌচৰ বিধান বৰ্ণানুক্ৰমেহে নিৰ্দ্ধাৰিত কৰা হৈছে। যথা,—

"দিনত্ৰয়েণ শুধ্যেত ব্ৰাহ্মণঃ প্ৰেত-সূতকে।
ক্ষত্ৰো দশাহাদ্বৈশ্যস্তু দ্বাদশান্মাসি শূদ্ৰকঃ ॥"

অৰ্থাৎ "ব্ৰহ্মজ্ঞানী হ'লে ব্ৰাহ্মণ তিনদিনত, ক্ষত্ৰিয় দহ দিনত, বৈশ্য বাৰ দিনত আৰু শূদ্ৰ এমাহত শুদ্ধ হয়"। গতিকে, "গৰুড়-পুৰাণ-সাৰোদ্ধাৰ"ৰ "সৰ্ব্বেষামিতি" বচনৰ তলত লিখা অনুসাৰেহে অৰ্থ হোৱাটি শাস্ত্ৰসঙ্গত হব বুলি শাস্ত্ৰজ্ঞসকলে ভাবে। যেনে—"সৰ্ব্বেষামেৱ ৱৰ্ণানাং" ( ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰৰ ) "সূতকে মৃতকে তথা" ( জনন আৰু মৰণাশৌচত ) "দশাহাৎ শুদ্ধিৰিতি" ( দশাহকে আদিকৰি * অৰ্থাৎ ওপৰত কৈ অহা ৬ সংখ্যাৰ শ্লোকাৰ্থ অনুৰূপে ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰৰ যথাক্ৰমে ১০, ১২, ১৫, ৩০ দিনত শুদ্ধি হ'ব ) "কলৌ শাস্ত্ৰস্য এষঃ নিশ্চয়ঃ" ( কলি-কালত শাস্ত্ৰৰ এয়ে সিদ্ধান্ত )। যথাৰ্থতে এনে অৰ্থ হলেহে শাস্ত্ৰৰ সামঞ্জস্য ৰক্ষা পৰে। তদুপৰি এই বচনটিত

---

* "ইতেবাদ্যৰ্থাৎ" অৰ্থাৎ ইয়াত "ইতি" শব্দৰ অৰ্থ হৈছে "আদি কৰি"। ব্যৱস্থাপকে এই শ্লোকৰ অনুবাদ কৰোঁতে "ইতি" শব্দৰ একো অৰ্থ নকৰাকৈ এৰি থৈ গৈছে আৰু "এষঃ শাস্ত্ৰস্য নিশ্চয়ঃ" এই কথাটিৰ অৰ্থ "এয়ে সৰ্ব্বশাস্ত্ৰসম্মত সিদ্ধান্ত" বুলি লিখিছে যদিও আন কোনো শাস্ত্ৰৰে মত উদ্ধৃত কৰি এই সিদ্ধান্ত সমৰ্থন কৰি দেখুৱাব পৰা নাই।

"কলৌ শাস্ত্রস্য নিশ্চয়ঃ" বুলি উল্লেখ থকাত এই শ্লোকটি স্বয়ঙে অশৌচ-নিয়ামক হোৱাও নাই, ই কলিৰ অশৌচ-নিয়ামক শাস্ত্রসমূহৰ "নিশ্চয়" অৰ্থাৎ সিদ্ধান্তকহে বুজাইছে। গতিকে, অন্য শাস্ত্রয়ো এই অশৌচ-নিয়ন্ত্রণ বিষয়ে কি কয় চোৱা যাওক।

হিন্দুৰ ধৰ্ম্ম আৰু সমাজক নিয়ন্ত্রণ কৰি ৰাখিছে শ্রুতি, সংহিতা, গৃহ্যসূত্র, পুৰাণ, ভাৰত, ৰামায়ণ আদি শাস্ত্রই। উক্ত সকলো ধৰ্ম্ম-শাস্ত্রতে অশৌচ সম্পৰ্কীয় সমালোচনা পোৱা নেযায়। যিবিলাকত পোৱা যায় সেইবিলাকে একবাক্যে সাধাৰণ জাতীয় অশৌচ ব্রাহ্মণৰ ১০ দিন, ক্ষত্রিয়ৰ ১২ দিন, বৈশ্যৰ ১৫ দিন, শূদ্রৰ ৩০ দিনহে বিধান কৰিছে। প্রমাণ যথা—

মনু-সংহিতা—"শুধ্যেদ্বিপ্রো দশাহেন দ্বাদশাহেন ভূমিপঃ ॥
বৈশ্যঃ পঞ্চদশাহেন শূদ্রো মাসেন শুধ্যতি ॥" ৫।৮৩

ৱিষ্ণু-সংহিতা—"ব্রাহ্মণস্য সপিণ্ডানাং জনন-মৰণয়োৰ্দ্দশাহমশৌচকম্।
দ্বাদশাহং ৰাজন্যস্য পঞ্চদশাহং বৈশ্যস্য মাসং শূদ্রস্য ॥"

অত্রি-সংহিতা—"ব্রাহ্মণো দশৰাত্রেণ দ্বাদশাহেন ভূমিপঃ।
বৈশ্যঃ পঞ্চদশাহেন শূদ্রো মাসেন শুধ্যতি ॥"

যাজ্ঞৱল্ক্যঃ—"ক্ষত্রস্য দ্বাদশাহানি ৱিশঃ পঞ্চদশৈৱ তু।
ত্রিংশদ্দিনানি শূদ্রস্য তদৰ্দ্ধং ন্যায়ৱৰ্ত্তিনঃ ॥"

উশনঃ—"দশাহং প্রাহুৰাশৌচং সপিণ্ডেষু ৱিপশ্চিতঃ।
মৃতেহথৱাথ জাতেষু ব্রাহ্মণানাং দ্বিজোত্তমাঃ ॥
শুধ্যেদ্দ্বিজো দশাহেন দ্বাদশাহেন ভূপতিঃ।
বৈশ্যঃ পঞ্চদশাহেন শূদ্রো মাসেন শুধ্যতি ॥"



সম্বৰ্ত্তঃ—"ৱিপ্রো দশাহমাসীত দানাধ্যয়নৱৰ্জ্জিতঃ।
ক্ষত্রিয়ো দ্বাদশাহেন বৈশ্যঃ পঞ্চদশৈৱ তু ॥"

দক্ষঃ—"জাতিৱিপ্রো দশাহেন দ্বাদশাহেন ভূমিপঃ।
বৈশ্যঃ পঞ্চদশাহেন শূদ্রো মাসেন শুধ্যতি ॥"

ৱশিষ্ঠঃ—"ব্রাহ্মণো দশৰাত্রেণ পঞ্চদশৰাত্রেণ ভূমিপঃ।
ৱিংশতিৰাত্রেণ বৈশ্যঃ শূদ্রো মাসেন শুধ্যতি ॥"

অঙ্গিৰা ঃ—"দশাহাচ্ছুধ্যতে ৱিপ্রো দ্বাদশাহেন ভূমিপঃ।
পাক্ষিকং বৈশ্য এৱাহ শূদ্রো মাসেন শুধ্যতি ॥" ১।৫১

গৌতম ঃ—"শাৱমাশৌচং দশৰাত্রমৃত্বিগ্দীক্ষিতব্রহ্মচাৰিণাম্।
ক্ষত্রিয়স্য দ্বাদশৰাত্রং বৈশ্যাৰ্দ্ধমাসমেকং মাসং শূদ্রস্য ॥"

শঙ্খ ঃ—"জননে মৰণে ৱিপ্রো দশাহেন ৱিশুধ্যতি।
ক্ষত্রিয়ো দ্বাদশাহেন বৈশ্যঃ পক্ষেণ শুধ্যতি ॥
মাসেন তু তথা শূদ্রঃ শুদ্ধিমাপ্নোতি নান্যথা ॥"

পৰাশৰ ঃ—"জাতিৱিপ্রোদশাহেন দ্বাদশাহেন ভূমিপঃ।
বৈশ্যঃ পঞ্চদশাহেন শূদ্রোমাসেন শুধ্যতি ॥"

কূৰ্ম্ম-পুৰাণম্ ঃ—"দশৰাত্রং ভৱেদ্বিপ্রে দ্বাদশাহস্তু ক্ষত্রিয়ে।
বৈশ্যঃ পঞ্চদশাহেন শূদ্রস্য ত্রিংশতা দিনৈঃ ॥"

ব্রহ্ম-পুৰাণ পদ্ম-পুৰাণে ঃ—
"দেয়স্তু দশমঃ পিণ্ডো ৰাজ্ঞাং বৈ দ্বাদশেহহনি।
বৈশ্যানাং বৈ পঞ্চদশে দেয়স্তু দশমস্তথা।
শূদ্রস্য দশমঃ পিণ্ডো মাসে পূৰ্ণেহহ্নি দীয়তে ॥"

অগ্নি-পুৰাণম্ ঃ—

"জননে চ তথা শুদ্ধির্ব্রাহ্মণানাং ভৃগূত্তম।
দ্বাদশাহেন ৰাজন্যঃ পক্ষাদ্বৈশ্যোহথ মানতঃ॥"

ৰামন-পুৰাণম্ ঃ—

"দশ-দ্বাদশ-মাসার্দ্ধ-মাসসংখ্যৈদিনৈর্গতৈঃ।
স্বাঃ স্বাঃ কালে ক্রিয়াঃ কুর্য্যুঃ সর্ব্বে ৰর্ণা যথাক্রমম্॥"

মৎস্য-পুৰাণম্ ঃ—

"দশাহং শাৱমাশৌচং ব্রাহ্মণেষু ৰিধীয়তে।
ক্ষত্রিয়েষু দশদ্বে চ পক্ষং বৈশ্যেষু চৈৱ হি॥
শূদ্রেষু মাসমাশৌচং সপিণ্ডেষু ৰিধীয়তে।"

পাৰস্কৰ-গৃহ্যসূত্ৰম্ ঃ—"ত্রিৰাত্রং শাৱমাশৌচং দশৰাত্রমিত্যেকে
পক্ষং দ্বৌ ৰা অশৌচম্।"

উক্ত পাৰস্কৰ-সূত্ৰৰ ভাষ্য যথা ঃ—

"পক্ষং পঞ্চদশাহোৰাত্রাণি বৈশ্যস্যাশৌচং ভৱতি,
দ্বৌ পক্ষৌ ত্রিংশাহোৰাত্রাণি শূদ্রস্য, ৰা শব্দাৎ
দ্বাদশাহোৰাত্রাণি ক্ষত্রিয়স্য অশৌচম্।

ইত্যাদি পুৰাণ, সংহিতা আদিত এনে ভূৰি ভূৰি প্রমাণ আছে যি, ব্রাহ্মণ, ক্ষত্রিয়, বৈশ্য, শূদ্রৰ ক্রমে ১০, ১২, ১৫, ৩০ দিনহে অশৌচ বিধান কৰিছে। ইয়াৰ বাহিৰেও ভাৰতৰ ভূতকালৰ নানা শাস্ত্রদর্শী উদাৰবুদ্ধি সুবিজ্ঞ পণ্ডিতপ্রবৰ কামৰূপীয় নিবন্ধন-স্মৃতিসাগৰ-প্রণেতা পণ্ডিতকুলচূড়ামনি দামোদৰ মিশ্র, অষ্টাদশ-কৌমুদীকাৰ মহামহোপাধ্যায় পীতাম্বৰ



বিদ্যাবাগীশ, কোচবিহাৰৰ দ্বাদশভাস্কৰকাৰ পণ্ডিতপ্রবৰ শম্ভুনাথ মিশ্র, বঙ্গদেশৰ অষ্টাবিংশতি-তত্ত্বকাৰ মহামহোপাধ্যায় ৰঘুনন্দন ভট্টাচার্য্য, পশ্চিম দেশৰ স্মৃতিনিবন্ধকাৰ নির্ণয়-সিন্ধুপ্রণেতা কমলাকৰাচার্য্য, ব্যৱস্থার্ণবপ্রণেতা বেদাচার্য্য বিবেককাৰ মহামহোপাধ্যায় শূলপাণি, নির্ণয়কাৰ গোপাল ন্যায়পঞ্চানন, চিন্তামণিপ্রণেতা বাচস্পতি মিশ্র, হাৰলতা, মিতাক্ষৰা, স্মৃতি-পদ্ম, মূর্খবোধ, অশৌচ-চন্দ্রিকা, নির্ণয়ামৃত ইত্যাদি স্মৃতি-সংগ্রহ-গ্রন্থত আৰু কুল্লূকভট্ট, মেধাতিথি প্রভৃতি টীকাকাৰ পণ্ডিত-সমূহেও বর্ণভেদে বেলেগ অশৌচ পালনৰহে উল্লেখ কৰি যাব পাৰিছে। যথার্থতে পৌৰাণিক বা আধুনিক (পৌৰাণিক অপেক্ষা) স্মৃতি-শাস্ত্রত সর্ব্ববর্ণৰ দশাহ অশৌচৰ বিধান থকা হ'লে এই পণ্ডিতসকলে নিশ্চয় এঠাইত নহয় এঠাইত স্পষ্টকৈ উল্লেখ কৰি গ'লহেতেন। সর্ব্ববর্ণৰ দশাহ-অশৌচৰ সমর্থনকাৰী-সকলে হয়তো কব পাৰে যে আধুনিক স্মৃতি-নিবন্ধকাৰ পণ্ডিতসকল ব্রাহ্মণ, সিসকলে স্বজাতীয় পক্ষপাত নিবন্ধনত সংকীর্ণ মনোভাবৰ বশৱর্ত্তী হৈ পৌৰাণিক স্মৃতি-শাস্ত্রৰপৰা ব্রাহ্মণেতৰ জাতিৰ দশাহ-অশৌচ-বিধায়ক বচনবিলাক বাদ দি আধুনিক (পৌৰাণিক অপেক্ষা) স্মৃতিবিলাক নিবন্ধন কৰিছে। যদি সেয়ে হয় তেন্তে ধর্ম্ম-সমাজ-সংস্কাৰী, শূদ্রৰ দশাহ-অশৌচ-প্রবর্ত্তক পণ্ডিতসকলৰ তীক্ষ্ণ দৃষ্টিতেই অন্ততঃ পৌৰাণিক স্মৃতি-শাস্ত্রত সেইবিলাক বচন ধৰা পৰিব লাগিছিল। কিন্তু সিসকলেও বিশাল শাস্ত্রসমুদ্র মন্থন কৰি, "অশ্বত্থামা

হত ইতি গজঃ" পৰ্য্যায়ৰ অৰ্থাত্মক "গৰুড়-পুৰাণ-সাৰোদ্ধাৰ"ৰ

"সৰ্ব্বেষামেৱ ৱৰ্ণানাং সূতকে মৃতকে তথা।

দশাহাচ্ছুদ্ধিৰ্বিত্ৰ্যেষঃ কলৌ শাস্ত্ৰস্য নিশ্চয়ঃ ॥"

আৰু "পাৰস্কৰ-গৃহ্যসূত্ৰ"ৰ—

"ত্ৰিৰাত্ৰং শাৱমাশৌচং দশৰাত্ৰমিত্যেকে

পক্ষং দ্বৌ ৱা অশৌচম্।"

আৰু "অঙ্গিৰা"ৰ—

সৰ্ব্বেষামেৱ ৱৰ্ণানাং সূতকে মৃতকে তথা।

দশাহাৎ শুদ্ধিৰেতেষামিতি শাতাতপোঽব্ৰৱীৎ ॥"

এই বচন কেইটিহে শূদ্ৰৰ দশাহ-অশৌচ-প্ৰতিপাদক বুলি জোৰেৰে প্ৰচাৰ কৰিছে আৰু সৰ্ব্ববৰ্ণৰ দশাহ-অশৌচৰ মূল ভিত্তি বুলি ধৰি লৈছে।

"গৰুড়-পুৰাণ-সাৰোদ্ধাৰ"ৰ "সৰ্ব্বেষামিতি" এই বচন আৰু "পাৰস্কৰ-গৃহ্য-সূত্ৰ"ৰ ত্ৰিৰাত্ৰং শাৱমাশৌচমিতি" এই বচন দুটিৰ যথাৰ্থ ব্যাখ্যা ওপৰত উল্লেখ কৰি অহা হৈছে। অঙ্গিৰাৰ বচনটিৰ "ইতি" শব্দই "আদি" অৰ্থ বুজাইছে ( ইতেৰাদ্যৰ্থাৎ ), অঙ্গিৰাৰ ১।৫১ শ্লোকত স্পষ্টৰূপে ব্ৰাহ্মণ আদি চাৰিবৰ্ণৰ ক্ৰমাৎ ১০, ১২, ১৫, ৩০ দিন অশৌচ বিধান কৰা হৈছে। গতিকে, অঙ্গিৰাৰ "সৰ্ব্বেষামিতি" শাতাতপোক্ত বচনৰ সঙ্গত সৰলাৰ্থ এনেহে হয় যে, সকলো বৰ্ণৰ ( ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰৰ ) জনন-মৰণাশৌচত দশাহকে আদিকৰি ১০, ১২, ১৫, ৩০ দিনত শুদ্ধি হোৱাৰ যি বিধান আছে, তাকেহে শাতাতপেও কৈছে,



অৰ্থাৎ সমৰ্থন কৰিছে। গতিকে ইয়ো সৰ্ব্ববৰ্ণৰ দশাহাশৌচ-বিধায়ক বচন হৈ নুঠে।

"অশৌচং দশৰাত্ৰন্তু সৰ্ব্বেষামপৰে ৱিদুঃ।

নিধনে প্ৰসৱে চৈৱ পশ্যন্তঃ কৰ্ম্মণঃ ক্ষয়ম্ ॥"

—নিৰ্ণয়-সিন্ধুধৃত-দেৱলঃ।

উক্ত বচনৰ নিৰ্ণয়-সিন্ধুত এইদৰে ব্যাখ্যা কৰা আছে—"অত্যন্তোৎকৃষ্টস্য কৰ্ম্মহানৌ পীড়াৱতো ৱিপ্ৰপৰিচৰ্য্যাপৰম্"। হাৰলতাত এই বচনৰ ইয়াতকৈয়ো স্পষ্ট ব্যাখ্যা আছে, যেনে—"অত্যন্তোৎকৃষ্ট-গুণানান্তু স্বকৰ্ম্মানুষ্ঠানহানৌ মনঃপীড়া অনুভৱতাং ক্ষত্ৰ-ৱিড্-শূদ্ৰাণাং দশৰাত্ৰমশৌচম্ ; অয়মপি অশৌচ-সঙ্কোচঃ স্বকৰ্ম্মানুষ্ঠান এৱ। মনূক্ত কালাৱধি নৈৱ তু সৰ্ব্বাশৌচ-নিবৃত্তিৰিত্যাদি।" অৰ্থাৎ যিসকল অতি উৎকৃষ্ট গুণসম্পন্ন ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰই অশৌচৰ কাৰণত স্বকীয় নিত্য-কৰ্ম্ম পতিত হেতুকে মনত পীড়ানুভৱ কৰে, সিসকলে দহ দিনত অশৌচ-শুদ্ধি কৰি স্বকীয় নিত্য-কৰ্ম্ম কৰিব ; অন্য ( বৈদিক, পৈতৃক ) কৰ্ম্ম মনূক্ত অশৌচান্ত কালত, অৰ্থাৎ ব্ৰাহ্মণৰ ১০ দিন, ক্ষত্ৰিয়ৰ ১২ দিন, বৈশ্যৰ ১৫ দিন, শূদ্ৰৰ ৩০ দিনৰ মূৰতহে কৰিব * আৰু—

"দশাহেন সপিণ্ডাস্তু শুধ্যতি প্ৰেত-সূতকে।

ত্ৰিৰাত্ৰেণ সকুল্যাস্তু স্নাত্বা শুধ্যন্তি গোত্ৰজাঃ ॥"—

( অশৌচ-ৰত্ন-নিৰ্ণয়-ধৃত-বৃহস্পতিঃ ) এই বচনটি ব্ৰাহ্মণৰ অশৌচ

* ব্ৰাহ্মণৰ পৰিচৰ্য্যা কৰা সৎ-শূদ্ৰৰ অশৌচ দহ দিনতেই যায় বুলি কোনো কোনোৱে উল্লেখ কৰিছে। যথাৰ্থতে শাস্ত্ৰৰ মৰ্ম্ম এনে নহয়।

বিধায়কহে, শূদ্ৰৰ দশাহাশৌচ সমৰ্থক হবপৰা কোনো লক্ষণ এই বচনটিত প্ৰকাশ পোৱা নাই। ইত্যাদি প্ৰকাৰে সৰ্ব্ববৰ্ণৰে দশাহাশৌচ-প্ৰৱৰ্ত্তক পণ্ডিতসকলে আগ-গুৰি এৰি যি দুই এটি শাস্ত্ৰীয় বচন স্বপক্ষ সমৰ্থনত থিয় কৰিব খোজে, এই সকলো বচনৰে অৱস্থা এইৰূপ। শাস্ত্ৰ-যুক্তি-সামঞ্জস্য ৰাখি সমালোচনা কৰি চালে কোনোটি বচনেই সৰ্ব্ববৰ্ণৰে দশাহাশৌচ-বিধায়ক হৈ নুঠে। বিশেষতঃ সকলো স্মৃতিৰ ভিতৰত মনুৰেই শ্ৰেষ্ঠ। প্ৰমাণ যথা—

"পৌৰুষেয়ত্বেঽপি মন্বৱাক্যানামৱিগীতমহাজন-
পৰিগ্ৰহাৎ শ্ৰুত্যুপগ্ৰহাচ্চ ৱেদমূলকতয়া প্ৰামাণ্যম্।"

তথা চ ছান্দোগ্য-ব্ৰাহ্মণে শ্ৰূয়তে মনুৰ্বৈ যৎকিঞ্চিদৱদৎ তদ্ভেষজং ভেষজতয়া ইতি।

বৃহস্পতিঃ—"ৱেদাৰ্থোপনিবদ্ধৃত্বাৎ প্ৰাধান্যং হি মনোঃ স্মৃতম্।
মন্বৰ্থৱিপৰীতা যা সা স্মৃতিৰ্ন প্ৰশস্যতে।
তাৱচ্ছাস্ত্ৰাণি শোভন্তে তৰ্কৱ্যাকৰণানি চ।
ধৰ্ম্মাৰ্থমোক্ষোপদেষ্টা মনুৰ্যাৱন্ন দৃশ্যতে।"

ইত্যাদি বচনৰপৰাই জানিব পাৰি যে মনুৰ বাক্যবিলাক বেদ-বাক্য তুল্য। সেই মনুৱে ৫ অঃ ৮৩ শ্লোকত ব্ৰাহ্মণৰ ১০, ক্ষত্ৰিয়ৰ ১২, বৈশ্যৰ ১৫, শূদ্ৰৰ ৩০ দিন অশৌচ স্পষ্টকৈ উক্ত কৰি গৈছে। কিন্তু দশাহাশৌচ-প্ৰবৰ্ত্তকসকলে সেই মনুৰ বচন এটি উল্লেখ কৰে। যথা—



"দশাহং শাৱমাশৌচং সপিণ্ডেষু ৱিধীয়তে।
অৰ্ব্বাক্-সঞ্চয়নাদস্থ্নাং ত্ৰ্যহমেকাহমেৱ ৱা॥" ৫।৫৯

এই শ্লোকটি সম্পূৰ্ণ ব্ৰাহ্মণ-বিষয়কহে। মনুৱে প্ৰথমতেই কৈ লৈছে,—"প্ৰেত-শুদ্ধিং প্ৰৱক্ষ্যামি দ্ৰৱ্য-শুদ্ধিন্তথৈৱ চ।
চতুৰ্ণামপি ৱৰ্ণানাং যথাৱদনুপূৰ্ব্বকম্॥" ৫।৫৭

অৰ্থাৎ "চাৰিও ৱৰ্ণৰে যথাক্ৰমে প্ৰেত-শুদ্ধিৰ কথা মই কওঁ, সেই অনুৰূপে দ্ৰব্য-শুদ্ধিৰ কথাকো কওঁ"। গতিকে, মনুৱে ক্ৰমেৰে চাৰিবৰ্ণৰ প্ৰেত-শুদ্ধিৰ কথা কবলৈ বুলি ইচ্ছা কৰি চাৰিবৰ্ণৰ ভিতৰত ব্ৰাহ্মণকেই আদি কৰি প্ৰথমতে ৫৯ সংখ্যক শ্লোকেৰে ব্ৰাহ্মণৰ অশৌচ বিধান কৰি তাৰ পাছত ৮৩ সংখ্যক শ্লোকত ( ওপৰৰ ৪ পৃষ্ঠাত দ্ৰষ্টব্য ) ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰৰ ক্ৰমে ১০, ১২, ১৫, ৩০ দিনীয়া অশৌচৰ স্পষ্ট উল্লেখ কৰিছে। এই প্ৰকাৰে অন্যান্য শাস্ত্ৰয়ো ব্ৰাহ্মণকেই মুখ্য কৰি অশৌচ-প্ৰায়শ্চিত্তাদিৰ বিধি-ব্যৱস্থাবিলাক বিধান কৰি ক্ৰমে ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰৰ যি ইতৰ-বিশেষ থাকে, সেইটি প্ৰকাশ কৰে। উদাহৰণ যথা,—

মীমাংসায়াং—"সৱৰ্ণে ৱা সকৃদ্দৃষ্টাং প্ৰদুষ্টাং ৱা স্বমাতৰম্।
কামতো ব্ৰাহ্মণো গত্বা চৰেদ্দ্বাদশ-ৱাৰ্ষিকম্॥
ক্ষত্ৰাদি পাদহ্ৰাসেণ সৰ্ব্বত্ৰ ব্ৰতমাচৰেৎ॥"

ইত্যাদি প্ৰকাৰে ব্ৰাহ্মণ-জাতীয় প্ৰায়শ্চিত্ত আৰু অশৌচ বিধান কৰি ক্ষত্ৰিয়াদিৰ পাদহ্ৰাস বা বৃদ্ধি কৰা অনেক প্ৰমাণমূলক বচন আছে।

ব্যৱস্থাপকে উক্ত ব্যৱস্থা-পত্ৰত উল্লেখ কৰিছে, “মানুহৰ মৃত্যুৰ পাছত জীৱৰ কোনো জাতি-ভেদ নেথাকে” ; গতিকে, ব্ৰাহ্মণ-শূদ্ৰৰ অশৌচ-ভেদ “সম্পূৰ্ণ অযৌক্তিক”। মৃত্যুৰ পাছত কিয়, জীৱৰ কোনো অৱস্থাতেই জাতি-ভেদ নাই। জীৱ জন্ম-মৃত্যু-আদি-অন্তৰহিত। প্ৰমাণ যথা,—

শ্ৰীমদ্ভগৱদ্গীতা—“ন জায়তে ম্ৰিয়তে ৱা কদাচিৎ
নায়ং ভূত্বা ভৱিতা ৱা ন ভূয়ঃ।
অজো নিত্যঃ শাশ্বতোঽয়ং পুৰাণো
ন হন্যতে হন্যমানে শৰীৰে ॥”

জাতি-বিচাৰ শৰীৰ-ধাৰীৰ পক্ষেহে, ( নানাশৰীৰবৃত্তিৰ্জ্জাতিঃ )। গতিকে, বুজিব লাগিব অশৌচ জীৱজন্য নহয়, দেহজন্যহে। তাৰ অন্য প্ৰমাণ—পূৰ্ণাবয়বসম্পন্ন সন্তান জীৱহীন হৈ জন্মিলেও স্বজাত্যুক্ত পূৰ্ণাশৌচ পালন কৰিবলৈ শাস্ত্ৰই বিধান দিছে। প্ৰমাণ যথা—

মিতাক্ষৰায়াং পাৰস্কৰ :—
“গৰ্ভে যদি ৱিপত্তিঃ স্যাদ্দশাহং সূতকং ভৱেৎ।”
( দশাহং পদং স্ব স্ব জাত্যুক্তাশৌচপৰমিতি )।

সেইৰূপ অপূৰ্ণাঙ্গ গৰ্ভস্ৰাৱাশৌচ। প্ৰমাণ যথা,—

আদি-পুৰাণে—“ষণ্মাসাভ্যন্তৰং যাৱৎ গৰ্ভস্ৰাৱো ভৱেৎ যদি।
তদা মাসসমৈস্তাসাং দিৱসৈঃ শুদ্ধিৰিষ্যতে ॥”

আৰু যথাকালত দেহৰ দাহ ঘটি নুঠিলে স্বজাত্যুক্তাশৌচ অতি-ক্ৰম হলেও শাস্ত্ৰোক্ত নিৰ্দ্দিষ্ট দিনত ভূ-গৰ্ভস্থ দেহ বা পৰ্ণ-নৰ



দাহ কৰিলে পুনঃ অশৌচ পালন কৰিব লাগে। প্ৰমাণ যথা,—

স্মৃতি :—“মুৰ্খাগ্নিপূৰ্ব্বকো যস্য সংস্কাৰো ন কৃতঃ পুৰা।
কুশপুত্তকদাহেন পুনঃ সংস্কাৰমৰ্হতি।
অশৌচান্তৰং চেৎ স্যাদ্দাহঃ পৰ্ণ-নৰস্য চ।
ত্ৰ্যহাচ্ছুধ্যন্তি চ তথা সন্নিকৃষ্টাঃ সগোত্ৰজাঃ ॥”

দেহৰ মৰণ জন্য অশৌচৰ প্ৰভাৱ জীৱৰ ওপৰত নহয় বন্ধু-বান্ধৱাদিৰ দেহৰ ওপৰতহে থাকে ; সিসকলেহে দৈৱিক পৈতৃক কাৰ্য্যৰ অৰ্নহ হৈ থকাটো শাস্ত্ৰই প্ৰমাণ কৰে। প্ৰমাণ যথা,—

শঙ্খ :—“অকৃত্বা প্ৰেত-শ্ৰাদ্ধানি প্ৰেতস্য ধনহাৰকঃ।
ৱৰ্ণানাং তদ্বধে প্ৰোক্তং তদ্ব্ৰতং নিয়তশ্চৰেৎ ॥
প্ৰমৃতৌ পিতৰৌ যস্য দেহস্তস্যাশুচিৰ্ভৱেৎ।
নাপি দৈৱং ন ৱা পৈত্ৰং যাৱৎ পূৰ্ণো ন ৱৎসৰঃ ॥”

আৰু যদি যথাৰ্থতে মৃতকজনৰ জাতিৰ লগত সম্বন্ধই নেথাকে, তেন্তে সেই মৃতকৰ উদ্দেশ্যে পিণ্ডোদকাদি দান কৰোঁতে, তেওঁৰ নামৰ লগত জাতি-পৰিচায়ক ব্ৰাহ্মণৰ শৰ্ম্মা, ক্ষেত্ৰিয়ৰ বৰ্ম্মা, বৈশ্যৰ গুপ্ত, শূদ্ৰৰ দাস বিশেষণ উল্লেখ কৰিব লাগে কিয় ?

গতিকে, শাস্ত্ৰীয় প্ৰমাণে জন্ম-মৃত্যুজনিত অশৌচ বৰ্ণ-ভেদানু-যায়ী পালন কৰিবলৈ কোৱাটিহে স্পষ্টৰূপে বুজাইছে। সৰ্ব্ববৰ্ণৰে দশাহাশৌচ শাস্ত্ৰ-সিদ্ধ বুলি কোনো ৰকমেই ধৰি লব নোৱাৰি।

“দশাহ ব্যৱস্থা আৰু হৰিনাম-মাহাত্ম্য”ৰ ২ পৃষ্ঠাত লিখা—
“কেৱলং শাস্ত্ৰমাশ্ৰিত্য ন কৰ্ত্তৱ্যো ৱিনিৰ্ণয়ঃ।
যুক্তিহীন-ৱিচাৰেণ ধৰ্ম্মহানিঃ প্ৰজায়তে ॥”—

এই বচনটিৰ যুক্তি মানি চলিবলৈ আমি সম্পূৰ্ণ প্ৰস্তুত, কেৱল লিখকে দিয়া যুক্তিটিহে ওপৰত উল্লেখ কৰা কাৰণত মানি ল'ব পৰা ন'হ'ল। ইয়াৰ লগতে আমি কৈ থওঁ, শাস্ত্ৰীয় মতৰ আঁতিগুৰিৰ সামঞ্জস্য ৰখা যুক্তিলৈ লক্ষ্য নকৰি, অ'ৰ ত'ৰ একোটি বচন বুটলি আনি তাৰ সৰল শব্দাৰ্থ গ্ৰহণ কৰি একোটি মত প্ৰচাৰ কৰিবলৈ গ'লে, যথাৰ্থতে ধৰ্ম্মৰ গ্লানি ঘটে। বৰ্ত্তমান দহদিনীয়া প্ৰথায়ো তাকে কৰিছে।

ব্যৱস্থাপকে লিখিছে, "ভাৰতৰ ২৭ কোটি হিন্দুৱে এই মতেৰেই ( অৰ্থাৎ দহ দিনতে অশৌচ অন্ত কৰি এঘাৰ দিনৰ দিনা মৃতকৰ আদ্য-শ্ৰাদ্ধ আৰু বাৰ দিনৰ দিনা সপিণ্ডীকৰণ কৰি ) চলে। মাত্ৰ বঙ্গদেশ আৰু অসমৰ মুঠেই চাৰে তিনি কোটি হিন্দুৱেহে দহ-দিনীয়া আৰু ত্ৰিশ-দিনীয়া ব্যৱস্থাৰে ব্ৰাহ্মণ আৰু শূদ্ৰই পৃথক নিয়মেৰে চলে"। আমি জানিবলৈ পোৱা মতে অসম আৰু বঙ্গৰ বাহৰিতো ব্ৰাহ্মণ-ক্ষত্ৰিয়-বৈশ্যই স্ব স্ব জাত্যোক্ত অশৌচহে পালন কৰে। মহাত্মা গান্ধীৰ বৈদিকমতে কৰা শ্ৰাদ্ধকৰ্ম্মও দহ-দিনীয়া মতে পালিত হোৱা নাই।

অসমৰ শূদ্ৰসকলৰ আচাৰ-ব্যৱহাৰৰ লগত দক্ষিণ-পশ্চিম ভাৰতৰ শূদ্ৰসকলৰ আচৰণ-প্ৰবৰ্ত্তনৰ স্বৰ্গ-মৰ্ত্ত্যৰ প্ৰভেদ। অসমত মহাপুৰুষসকলৰ প্ৰদৰ্শিত সদাচাৰৰ আদৰ্শ সকলোৱে গ্ৰহণ কৰি তেখেতসকলৰ দৰেই অশৌচ-শ্ৰাদ্ধাদি পালন কৰিবলৈ ধৰিলে ; কিন্তু অন্য ঠাইৰ শূদ্ৰসকল এনে সদাচাৰীও হব পৰা নাই আৰু অশৌচাদি সংস্কাৰ পালন কৰিবলৈকো তেওঁলোকে এনেকৈ ধৰা



নাই। সেই কালৰ অনেক শূদ্ৰই অশৌচ আৰু শ্ৰাদ্ধৰ কথাকে নুবুজে। পশ্চিমৰ পৰা অসমলৈ আহি ব্যৱসায় কৰি থকা শূদ্ৰ জাতিৰ লোকবিলাকলৈ চালেও এই কথা বুজিব পাৰি। *

উক্ত ব্যৱস্থা-পত্ৰত পিতৃ-কাৰ্য্যত ব্ৰাহ্মণ-বিচাৰ সম্পৰ্কে যি কেইটি বচন উল্লেখ কৰা হৈছে, সি হৈছে ভোজনৰ বিষয়তহে। মূৰ্খ ব্ৰাহ্মণতকৈ বেদবিজ্ঞ ব্ৰাহ্মণ যে শ্ৰেষ্ঠ আৰু তেনে ব্ৰাহ্মণক যে ভোজন কৰোৱাটি শ্ৰেয়ঃ, সেইটি সাধাৰণ জ্ঞানেৰেই সকলোৱেই বুজে। পুৰোহিতৰ সম্বন্ধে এই বচনত নামমাত্ৰও উল্লেখ নাই। অৱশ্যে যুক্তি-বিবেচনাৰে ধৰি ল'ব পাৰি যে, ভোজন কৰোৱা ব্ৰাহ্মণেই বেদবিজ্ঞ হব লাগে যেতিয়া পুৰোহিত যে শাস্ত্ৰজ্ঞ হব লাগে সেইটি যথাৰ্থ। সেই বুলি

---

* অসমৰ ধৰ্ম্ম আৰু ৰীতি-নীতিৰ লগত ভাৰতৰ অন্যান্য প্ৰান্তৰ ধৰ্ম্ম আৰু ৰীতি-নীতিৰ মৌলিক প্ৰভেদ অনেক আছে। যেনে, অন্য ঠাইৰ বৈষ্ণৱে মৎস্য-মাংস ভক্ষণ কৰাটো অভক্ষ্য-ভক্ষণ কৰাৰ দৰে বৰ ডাঙৰ দোষৰ কথা বুলি গণ্য কৰে আৰু তেওঁলোকে "একদেৱ একসেৱ একত বিনে নাই কেৱ" বোলা ধৰণৰ এক-শৰণ ধৰ্ম্মও বুজি নেপায়। বৈষ্ণৱৰ শ্ৰেষ্ঠ তীৰ্থস্থান জগন্নাথ-পুৰিত শ্ৰীকৃষ্ণৰ সমানে বলভদ্ৰ আৰু "কাত্যায়নী" ( শক্তি ) দেৱীৰ প্ৰতি-মূৰ্ত্তি সুভদ্ৰাকো পূজা কৰা হয়। পিছে, তথা-কথিত ধৰণে "ভাৰতৰ ২৭ কোটি হিন্দু"ৰ আদৰ্শ অনুযায়ী অসমৰ ধৰ্ম্ম আৰু সমাজ সংস্কাৰ কৰিবলৈ হ'লে, আমাৰ ধৰ্ম্মমত এই বিষয়েও সিবিলাকেৰে একে কৰিব লাগিব আৰু সেয়ে হ'লে "শস্তে-মৎস্যে অনুপাম" বুলি লিখি থৈ যোৱা মহাপুৰুষ শ্ৰীশঙ্কৰদেৱক আৰু তেখেতৰ শৰণ-ধৰ্ম্মকো অস্বীকাৰ কৰিব লাগিব।

পুৰোহিতবিলাক সম্পূৰ্ণ বেদ-বেদাঙ্গ পাৰ্গত হবই লাগিব আৰু তেনে পুৰোহিত নেপালে সকলো পৌৰোহিত্য-কৰ্ম্মকেই বাদ দিব লাগিব, এনে শাস্ত্ৰীয় প্ৰমাণ প্ৰচাৰকে উল্লেখ কৰিব পৰা নাই অৱশ্যে ব্ৰাহ্মণসকল তথা পুৰোহিতসকল যে শাস্ত্ৰোক্ত বৰ্ণাশ্ৰম-ধৰ্ম্মত নিৰ্ব্বিকাৰে অৱস্থিত হৈ থাকিব পাৰিছে এনে নহয়, কালৰ প্ৰভাৱত আশাতীত বিপৰ্য্যয় ঘটিব লাগিছে। কেৱল ব্ৰাহ্মণৰেই নহয়, সকলো বৰ্ণাশ্ৰম-ধৰ্ম্মীৰেই বিপৰ্যায় ঘটিছে। তথাপি প্ৰত্যেক জাতিৰ লোকেই নিজ জাতীয়-বৈশিষ্ট্য ৰক্ষা কৰিবলৈ বৰ্ত্তমানলৈকে যথাসাধ্য চেষ্টা কৰি আহিছে আৰু কৰাটি বিধেয়ও। বিশিষ্ট বুদ্ধি-সম্পন্ন মনুষ্যৰ এয়ে বিশেষত্ব।

অকল পুৰোহিত ব্ৰাহ্মণ কিয়, শিক্ষক, গুৰু, ভকত, দেশ-নেতা, শাসনকৰ্ত্তা আদি সকলোৱেই আদৰ্শস্থানীয় হ'ব লাগে। কিন্তু তেনে আদৰ্শ-লোক পোৱা নেযায় বুলিয়েই সেইবিলাক নোহোৱাকৈ থাকিব পৰা হয় জানো ?

কেনেকুৱা ব্ৰাহ্মণ পুৰোহিত শ্ৰাদ্ধত নিযুক্ত কৰিব লাগে, সেই বিষয়ে মহাভক্ত দেৱৰ্ষি নাৰদে ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ আগত কৈছে,—

"কৰ্ম্মনিষ্ঠা দ্বিজাঃ কেচিৎ তপোনিষ্ঠা নৃপাপৰে।
স্বাধ্যায়েঽন্যে প্ৰৱচনে কেচন জ্ঞান-যোগয়োঃ ॥
জ্ঞাননিষ্ঠায় দেয়ানি কব্যান্যানন্ত্যমিচ্ছতা।
দৈৱে চ তদভাৱে স্যাদিতৰেভ্যো যথাৰ্হতঃ ॥"

—( শ্ৰীমদ্ভাগৱতম্ ৭।১৫।১—২ )।



অৰ্থাৎ "ব্ৰাহ্মণসকলৰ ভিতৰত কোনো কোনো কৰ্ম্মনিষ্ঠ, কোনো কোনো তপোনিষ্ঠ, কোনো কোনো বেদাদিৰ অধ্যয়ন আৰু বেদাদি শাস্ত্ৰৰ ব্যাখ্যাপৰায়ণ, কোনো কোনো জ্ঞাননিষ্ঠ আৰু ভক্তিনিষ্ঠ। যি দানৰ অনন্ত ফল কামনা কৰে, তেওঁ পিতৃসকলৰ উদ্দেশে শ্ৰাদ্ধীয়-দ্ৰব্য আৰু দেৱতাসকলৰ উদ্দেশে পূজোপহাৰ-দ্ৰব্য জ্ঞান-ভক্তিসম্পন্ন ব্ৰাহ্মণক প্ৰদান কৰিব। যদি এনেকুৱা ব্ৰাহ্মণ পোৱা নাযায়, তেন্তে কৰ্ম্মনিষ্ঠাদি ইতৰ ব্ৰাহ্মণকেই যথাযোগ্যভাৱে প্ৰদান কৰিব।"

অসমৰ ব্ৰাহ্মণে উপনয়নৰ বাহিৰেও শৰণ-ভজন-ভক্তি আচৰণ কৰে। গতিকে, এনে ব্ৰাহ্মণ তেনে অযোগ্য হ'বই নোৱাৰে। উপযুক্ত ব্ৰাহ্মণৰ অভাৱত শ্ৰাদ্ধ-পিণ্ড বৰ্জ্জনৰ যি ব্যৱস্থা দিয়া হৈছে, সেইটি সমৰ্থন-যোগ্য নহয়।

ব্যৱস্থা-পত্ৰত ব্যৱস্থাপকে শ্ৰাদ্ধ-পিণ্ডাদি কৰ্ম্ম ত্যাগ কৰাৰ যুক্তি দেখুৱাবলৈ গৈ যি কেইটি শ্লোক উদ্ধৃত কৰিছে, তাৰ কোনোটিয়েই শ্ৰাদ্ধ-পিণ্ডাদি কৰ্ম্ম একেবাৰে নকৰিলেও হয় বুলি বুজোৱা নাই, বৰং "বেদজ্ঞ আৰু হোমকৰা ব্ৰাহ্মণ নাপালে কি উপায় হ'ব" সেইবিষয়েহে ব্যৱস্থা দি কৈছে যে, হৰি-পূজা কৰিলে বা হৰি-নাম ল'লেই "মৃতকৰ আত্মা নৰক-ভোগৰ পৰা উদ্ধাৰ হৈ মুক্তি পায়"। ব্যৱস্থা-পত্ৰত লিখা

"পিতৃনুদ্দিশ্য যৈঃ পূজা কেশৱস্য কৃতা নৰৈঃ।
ত্যক্ত্বা তে নাৰকীং পীড়াং মুক্তিং যান্তি মহামুনে ॥"

আৰু "যমুদ্দিশ্য হৰেঃ পূজা ক্রিয়তে মুনিপুঙ্গৱ।
উদ্ধৃত্য নৰকাৱাসাৎ তং নয়েৎ পৰমং পদম্ ॥"

আৰু "কিং দত্তৈ"ৰিতি এই শ্লোক তিনটি যে কেৱল হৰি-পূজাৰ মাহাত্ম্য-প্রকাশকহে এইকথা, "ওপৰত লেখা শ্লোক কেইটাত ভগৱন্তৰ পূজা কৰা কথাহে লেখিছে" বুলি ব্যৱস্থাপকে নিজে নিজেই স্বীকাৰকে কৰিছে। ব্যৱস্থাপকে উল্লেখ কৰা

"কিং দত্তৈৰ্বহুভিঃ পিণ্ডৈৰ্গয়াশ্রাদ্ধাদিভিৰ্নৰৈঃ।
যৈৰৰ্চ্চিতো হৰিৰ্ভক্ত্যা পিত্ৰৰ্থং চ দিনে দিনে ॥"—

এই শ্লোকে তিলনি, দহা, মাহেকীয়া, সপিণ্ডী-কৰণ একোদ্দিষ্ট আদি অৱশ্য-কৰ্ত্তব্য শ্রাদ্ধ-পিণ্ড একেবাৰে নকৰিলেও হয়, এনে কথা কোৱা নাই; বৰং দিনৌ পিতৃসকলৰ অৰ্থে হৰি-পূজা কৰাসকলে গয়াকে আদিকৰি অনেক তীৰ্থলৈ গৈ বহুত শ্রাদ্ধ-পিণ্ড-দান বা পাৰ্ব্বণ আদি কাম্য-শ্রাদ্ধ নকৰিলেও হয়, এনে অৰ্থহে বুজাইছে। এনে অৰ্থত ব্যৱস্থাপকৰে মত-ভেদ হ'বলৈ আমাৰ কোনো কাৰণ নাই। সেই কাৰণে সচৰাচৰ চলি থকা শ্রাদ্ধ-পিণ্ডতো হৰি-পূজাৰ প্ৰাধান্য আছে। কিন্তু হৰি-পূজা বা হৰি-ভক্তি কৰিলেই যে শ্রাদ্ধ-পিণ্ডাদি পিতৃ-কৰ্ম্ম সমূলি কৰিবই নেলাগে, তেনে কোনো প্ৰমাণ ব্যৱস্থাপকে উদ্ধৃত কৰিব পৰা নাই। প্ৰহ্লাদৰ তুল্য অদ্বিতীয় হৰিভক্তৰ পিতাক হিৰণ্যকশিপু হৰিৰ অৱতাৰ নৃসিংহদেৱৰ হাতত নিহত হোৱাতো, স্বয়ং নৃসিংহদেৱেই প্ৰহ্লাদক প্রেত-ক্রিয়া কৰিবলৈ আদেশ দিছিল। প্ৰমাণ যথা—



শ্রীমদ্ভাগৱতে:—"কুৰু ত্বং প্রেত-কৃত্যানি* পিতুঃ পূতস্য সৰ্ব্বশঃ।
মদঙ্গ-স্পৰ্শনেনাঙ্গ লোকান্ যাস্যতি সুপ্রজাঃ ॥"

উক্ত শ্লোকাৰ্থত "কীৰ্ত্তন-ঘোষা"ৰ প্ৰহ্লাদ-চৰিত্ৰত শ্রীশঙ্কৰদেৱে লিখিছে,—

"ভকততে শ্রেষ্ঠ তই পাইলি বাঞ্ছা-সিদ্ধি।
কৰিয়ো পিতৃৰ প্রেত-কাৰ্য্য যেন বিধি ॥"

স্বয়ং ভগবান শ্রীকৃষ্ণদেৱৰ হাতত কংসৰ মৃত্যু হোৱাতো, পৰমেশ্বৰে নিজেই কংসৰ প্রেত-ক্রিয়া সমাপন কৰাইছিল। প্ৰমাণ যথা—

শ্রীমদ্ভাগৱতে:—"ৰাজ-যোষিত আশ্বাস্য ভগৱাঁল্লোকভাৱনঃ।
যামাহুঃ লৌকিকীং সংস্থাং হতানাং সমকাৰয়ৎ ॥"

উক্ত শ্লোকাৰ্থত "কীৰ্ত্তন-ঘোষা"ৰ কংস-বধত লিখা আছে,

"তাসম্বাক কৃষ্ণে আশ্বাসিয়া পঠাই ঘৰ।
কৰাইলা কংসৰ প্রেত-কাৰ্য্য নিৰন্তৰ।"

গতিকে, পিতৃৰ প্রেত-ক্রিয়া পুত্ৰৰ যে অৱশ্য-কৰ্ত্তব্য, সেইটি সকলো প্ৰকাৰে শাস্ত্ৰ-সিদ্ধ কথা।

সেই ব্যৱস্থা-পত্ৰতে উল্লেখ কৰা হৈছে "পদ্ম-পুৰাণ"ৰ এইটি শ্লোক,—

"ধ্যানং তপঃ সত্য-যুগে ত্রেতায়াং যজ্ঞকৰ্ম্ম চ।
দ্বাপৰে পূজনং দানং হৰেৰ্নাম কলৌ যুগে ॥"

* "প্রেত-কাৰ্য্য" মানে যিসকলে শৱ-সংস্কাৰ কৰাটিহে বুজাব খোজে, তেওঁলোকে বহু-বচনান্ত "প্রেত-কৃত্যানি" পদৰ অৰ্থটি মন কৰা উচিত।

এই প্ৰকাৰৰ যুগ-ধৰ্ম্ম নিৰ্ণায়ক শ্লোক অন্য পুৰাণাদিতো আছে। কিন্তু ই হৈছে প্ৰত্যেক যুগৰ প্ৰধান মোক্ষ-ধৰ্ম্ম। সেই ধৰ্ম্মৰ লগতে আনুষঙ্গিক অন্যান্য বৈদিক ধৰ্ম্মও যে প্ৰতি যুগতেই চলি আছিল, তাৰ প্ৰমাণ অনেক আছে। যিহেতু প্ৰধানক ৰক্ষা আৰু প্ৰেৰণা যোগাবলৈ অপ্ৰধান কিছুমানৰ নিতান্ত আৱশ্যক। তাৰ প্ৰমাণ, উক্ত বচনমতে সত্য-যুগৰ ধৰ্ম্ম হৈছে ধ্যান আৰু তপস্যা। হিৰণ্যকশিপুৰো নৃসিংহৰ হাতত মৃত্যু ঘটিছিল সেই যুগতেই। পিছে নৃসিংহই প্ৰহ্লাদক পিতৃৰ সদ্গতিৰ কাৰণে "তপস্যা বা ধ্যান" কৰিবলৈ ন'কৈ প্ৰেত-ক্ৰিয়া কৰিবলৈ ক'লে কিয়? আৰু কৃষ্ণৰ হাতত কংসৰ পতন ঘটিছিল দ্বাপৰ-যুগৰ শেষত কলিৰ আদিত। তেতিয়া দ্বাপৰ-যুগৰ ধৰ্ম্ম দান বা পূজা আৰু কলি-যুগৰ ধৰ্ম্ম হৰি-কীৰ্ত্তন; ইয়াৰ যি কোনো এটা নকৰাই শ্ৰীকৃষ্ণদেৱে কংসৰ প্ৰেত-ক্ৰিয়া কৰোৱালে কিয়? এইবিলাকৰ দ্বাৰা বৰ্ণাশ্ৰমীসকলে বৈদিক ক্ৰিয়া পালন কৰিব লগাটোহে জ্বলন্তৰূপে প্ৰমাণিত হৈ আছে।

ব্যৱস্থাপকে কেৱল হৰি-নাম-কীৰ্ত্তনেৰেই শৱ-দাহ, তিলনি, দহা, সপিণ্ডীকৰণ আদি যাৱদীয় অন্ত্যেষ্টি ক্ৰিয়া সম্পাদন কৰিবলৈ ব্যৱস্থা দি "হৰি-নামৰ মাহাত্ম্য" প্ৰকাশ কৰি দিয়া বিধান কেইটি কোনো শাস্ত্ৰীয় বিধান নহয়, ব্যৱস্থাপকৰ স্বকপোল-কল্পিত বিধান মাত্ৰ। সেইবিলাক যে শাস্ত্ৰ-সম্মত এনে কোনো বচনকেই ব্যৱস্থাপকে উদ্ধৃত কৰি দেখুৱাব পৰা নাই। তদুপৰি সেইবিলাক বিধানে "হৰি-নাম-ধৰ্ম্ম"ৰ লগতে শৌচ-



সদাচাৰ, দান-ব্ৰত আদি "অন্য ধৰ্ম্ম"ৰ প্ৰাধান্য বা "মাহাত্ম্য" প্ৰকাশ নকৰাকৈয়ো থকা নাই। এই ব্যৱস্থাত হৰি-নামতকৈয়ো ভকত সেৱাৰহে প্ৰাধান্য দেখা গৈছে। শ্ৰাদ্ধ-কৰ্ত্তাই নিজে হৰি-নাম লবলৈ বা শুনিবলৈ একো ব্যৱস্থাকে ইয়াত দিয়া হোৱা নাই, বৰং "নাম-গোৱা মানুহ নিমন্ত্ৰণ কৰি আনি নাম-কীৰ্ত্তন" কৰাই, ভকতসকলক "মাহ-চাউল," "জল-পান," "ভোজ-ভাত" খুৱাবলৈ আৰু "কাপোৰ, পইচা দি সেৱা-সন্মান" কৰিবলৈ হে ব্যৱস্থা দিয়া হৈছে। এনেকৈ হৰি-নামেৰে শ্ৰাদ্ধ কৰোতাজন নামতকৈয়ো ভকতৰ সেৱা-শুশ্ৰূষা কৰাত হে ব্যস্ত হৈ থাকিব লগা হয়, হৰি-নাম গাবলৈ বা শুনিবলৈ তেওঁৰ এখন্তেকো আজৰি নেথাকে। ইফালে ভকতসকলেও নাম গাব হয়তো "ভূৰি-ভোজন" কৰি পেটপোহা বা ধন-বস্তু পোৱাৰ আশাতহে। "নাম-ঘোষা"ই কৈছে,—

"দেহ-ধন-জন-অৰ্থ-লোভে
পাষণ্ড-বুদ্ধিৰে যিটো লৱে
সিটো হৰি-নামে তাৰিতে শীঘ্ৰে নপাৰে"।

ঈশ্বৰৰ নাম-কীৰ্ত্তনাদি হৈছে দেৱকৰ্ম্ম আৰু শ্ৰাদ্ধ-পিণ্ডাদি হৈছে পিতৃ-কৰ্ম্ম। ব্যৱস্থাপকৰ বিধান মতে এনে দেৱ-কৰ্ম্মক পিতৃ-কৰ্ম্মলৈ নমাই আৰু নিৰ্গুণ হৰি-নামক ("তজু গুণ-নাম হৰি, কেৱলে নিৰ্গুণ মাত্ৰ, আৱৰ সমস্তে গুণময়"—"নাম-ঘোষা" দ্ৰষ্টব্য) শ্ৰাদ্ধ-পিণ্ডাদি সগুণ আৰু সকামী কৰ্ম্মৰ সাধনাত লগাবলৈ ব্যৱস্থা দি নাম-ধৰ্ম্মৰ মহিমা বহু-পৰিমাণে লঘুহে কৰা হৈছে।

যিসকলে শ্ৰাদ্ধ-পিণ্ডাদি কৰ্ম্ম কৰি নাম-সেৱা, ভকত-সেৱা, গুৰু-সেৱা আদি কৰে, তেওঁলোকৰহে পিতৃ-কৰ্ম্ম, দেৱ-কৰ্ম্ম, গুৰু-ভকতৰ সেৱা-কৰ্ম্ম আদি সকলো ধৰ্ম্ম-কৰ্ম্ম সিদ্ধ হয়।

যদি শ্ৰাদ্ধ-পিণ্ড বোলা পিতৃ-কৰ্ম্ম কৰাই হয়, তেন্তে তাক পিতৃ-কৰ্ম্ম কৰাৰ শাস্ত্ৰীয় বিধান অনুযায়ীহে কৰিব লাগে। কাৰণ, শ্ৰীমদ্ভগৱদ্গীতাত শ্ৰীকৃষ্ণই শাস্ত্ৰ-বিধি-অনুযায়ী হে কৰ্ম্ম কৰিবলৈ অৰ্জ্জুনক উপদেশ দি কৈছে,—

"যঃ শাস্ত্ৰবিধিমুৎসৃজ্য ৱৰ্ত্ততে কামকাৰতঃ।
ন স সিদ্ধিমৱাপ্নোতি ন সুখং ন পৰাং গতিম্॥
তস্মাচ্ছাস্ত্ৰং প্ৰমাণং তে কাৰ্য্যাকাৰ্য্যৱ্যৱস্থিতৌ।
জ্ঞাত্বাশাস্ত্ৰৱিধানোক্তং কৰ্ম্মকৰ্ত্তুমিহাৰ্হসি॥"*

অৰ্থাৎ "যি শাস্ত্ৰ-বিধি পৰিত্যাগ কৰি স্বেচ্ছাচাৰী হৈ কাৰ্য্য কৰে তেওঁৰ সিদ্ধি, সুখ আৰু মোক্ষ-লাভ নহয়। কাৰ্য্যা-কাৰ্য্য নিৰ্ণয় কৰিবলৈ হলে শাস্ত্ৰয়ে তোমাৰ প্ৰমাণ-স্বৰূপ, এতেকে তুমি অধিকাৰ অনুসাৰে শাস্ত্ৰীয় বিধান জানি-শুনি কৰ্ম্ম কৰা উচিত।"

---

* শ্ৰীমদ্ভগৱদ্গীতাৰ সুবিখ্যাত টীকা-কাৰ শ্ৰীমৎ শ্ৰীধৰ স্বামীয়ে উক্ত প্ৰথম শ্লোকটিত থকা "শাস্ত্ৰৱিধিং" পদৰ অৰ্থ "ৱেদৱিহিতং ধৰ্ম্মং" বুলি আৰু দ্বিতীয় শ্লোকত থকা "শাস্ত্ৰং প্ৰমাণং" পদৰ অৰ্থ "শ্ৰুতি-স্মৃতি-পুৰাণাদিকমেৱ প্ৰমাণং" বুলি লিখিছে।



অপৰ—"শ্ৰুতি-স্মৃতী মমৈৱাজ্ঞে য উল্লঙ্ঘ্য প্ৰৱৰ্ত্ততে।
আজ্ঞাচ্ছেদী মম দ্বেষী মদ্ভক্তোহপি ন ৱৈষ্ণৱঃ॥"

মাধৱে বোলন্ত শ্ৰুতি-স্মৃতি মোৰ আজ্ঞাবাণী জানা নিষ্ঠে
যিটো জনে আক উলঙ্ঘিয়া প্ৰৱৰ্ত্তয়।
ভৈল সিটো মোৰ আজ্ঞাছেদী মোক দ্বেষ কৰিলেক আতি
মোৰ ভক্ত হন্তো বৈষ্ণৱ সিটো নোহয়॥"
—(নাম-ঘোষা)।

জনম আৰু মৰণ অশৌচ প্ৰত্যক্ষভূত বস্তু নহয়, জ্ঞান-গম্য বিষয়হে। আমালোকৰ সেই জ্ঞান জন্মাইছে স্মৃতি আদি শাস্ত্ৰই। অশৌচ বিশ্বাস কৰিলে স্মৃতি আদি শাস্ত্ৰ বিশ্বাস কৰিব লাগে। সেই স্মৃতি আদি শাস্ত্ৰ বিশ্বাস কৰিলে, সেই শাস্ত্ৰই অশৌচ পালনৰ, বিধান যেনে প্ৰকাৰে দিছে সেই প্ৰকাৰেহে পালন কৰা বিধেয়। সেই শাস্ত্ৰবিলাকত যাৰ বিশ্বাস নহয়, তেওঁলোকৰ পক্ষে দহ-দিন কিয়, এদিনো অশৌচ পালন কৰিবৰ আৱশ্যক নাই। গৃহ-পালিত পশু মৰিলে তাক পেলাই আহি গা ধুই শুদ্ধ হোৱাৰ দৰেই মানুহ মৰিলেও সিসকলে আধুনিক স্বাস্থ্য-নীতিমতে শুদ্ধ হব পাৰে। ইয়াকে নকৰি আৰু এই মনোভাবকে স্পষ্ট নকৰি ধৰ্ম্ম-শাস্ত্ৰৰ দোহাই দি শাস্ত্ৰৰ আগ-গুৰি এৰি বচন একোটি উদ্ধৃত কৰি আনি নিজৰ মতকে শাস্ত্ৰীয় মত বুলি প্ৰতিপন্ন কৰি সৰল-মতি লোকসকলক ধৰ্ম্ম-পথ-ভ্ৰষ্ট কৰিবলৈ যোৱাটো কিমান দূৰ সঙ্গত হৈছে পাঠকসকলে ভাবি চাব।

"হৰের্নাম ধ্বজীকৃত্য ত্যক্ত্বা বৈ বেদ-পদ্ধতিম্।
শিশ্নোদৰপৰোভ্ৰষ্টঃ স ইহামুত্ৰ নংক্ষ্যতি ॥"

উক্ত শ্লোকাৰ্থত নাম-ঘোষাত শ্ৰীমাধৱদেৱে লিখিছে —

"হৰি-নাম ধ্বজ কৰি বেদ-পথ পৰিহৰি
ফুৰে আতি পাষণ্ডসকল।
ইত পৰ লোকে ভ্ৰষ্ট হুয়া পেট পুষি মাত্ৰ
ফুৰিবেক পৰম নিষ্খল ॥"

মহাপণ্ডিত শ্ৰীমন্ত শঙ্কৰদেৱ মহাপুৰুষে নানা শাস্ত্ৰীয় প্ৰমাণ-যুক্তিৰে তান্ত্ৰিক মত খণ্ডন কৰি অসমত পৌৰাণিক বৈষ্ণৱ ধৰ্ম্ম প্ৰৱৰ্ত্তন কৰি ভাগৱত-ধৰ্ম্মৰ ইতিহাসত যুগান্তৰ আনিছিল। সৰ্ব্ববৰ্ণৰ দশাহাশৌচ শাস্ত্ৰসিদ্ধ হোৱা হ'লে কায়স্থ-কুলোদ্ভৱ মহাপুৰুষৰ সুদূৰদৰ্শী সুতীক্ষ্ণ দীব্য-দৃষ্টিত নিশ্চয় ধৰা পৰিল-হেঁতেন আৰু স্বপ্ৰণীত গ্ৰন্থত নিশ্চয় তাক প্ৰকাশ কৰিও গ'ল-হেঁতেন। কিন্তু মহাপুৰুষৰ ৰচিত গ্ৰন্থসমূহত তেনে কোনো আভাস পোৱা নেযায়। বৰং শ্ৰীমন্ত শঙ্কৰদেৱ মহাপুৰুষৰ প্ৰধান ধৰ্ম্মোত্তৰাধিকাৰী শ্ৰীমন্ত মাধৱদেৱ মহাপুৰুষৰ তত্ত্বাৱধানত শ্ৰীমন্ত শঙ্কৰদেৱ মহাপুৰুষৰ অন্ত্যেষ্টি-ক্ৰিয়া মাসান্তহে সমাধা কৰা হৈছিল বুলি চৰিত্ৰ-পুথিত প্ৰমাণ পোৱা যায়।

অৱশ্যে দেশ-কালৰ গতি অনেক পৰিবৰ্ত্তন হৈছে। পূৰ্ব্বৰ আচাৰ আৰু ধৰ্ম্ম-কৰ্ম্ম বৰ্ত্তমান কালৰ অনুপযোগী বুলি যিসকলে বিশ্বাস কৰে আৰু পৰিবৰ্ত্তন একান্ত আৱশ্যক বুলি ভাবে, সেই পৰিবৰ্ত্তনকামী মনীষীসকলে কি প্ৰকাৰৰ নো আচাৰ আৰু



ধৰ্ম্ম-কৰ্ম্ম বৰ্ত্তমান সময়ৰ উপযোগী হ'ব লাগে, সেই বিষয়ে যুক্তি-কৰ্ত্তব্যতা-প্ৰমাণেৰে হিন্দু-ধৰ্ম্মানুশাসন-সংহিতা এখনি নতুনকৈ প্ৰণয়ন কৰি হিন্দু-সমাজৰ দ্বাৰা সমৰ্থিত কৰাই লৈ তাৰ পিছত সেই সংহিতাৰ অনুসাৰে সমাজৰ সংস্কাৰ আৰু শাসন কৰিবলৈ আগবাঢ়িলে কাৰো বাদ-প্ৰতিবাদ কৰাৰ যুক্তি নেথাকিব। তাকে নকৰি স্বাভিৰুচিৰে ধৰ্ম্ম আৰু সমাজ সংস্কাৰ কৰিবলৈ যোৱাত অবাঞ্ছনীয় বাদ-বিসংবাদৰ সৃষ্টি কৰি নানা প্ৰকাৰ বিশৃঙ্খলা ঘটাই আমাৰ সমাজৰ বিশেষ ক্ষতি কৰা হৈছে। সমাজৰ যথাৰ্থ হিতাকাঙ্ক্ষীসকলৰ ওচৰত আমাৰ অনুৰোধ, সিসকলে এনে প্ৰকাৰৰ ধৰ্ম্ম-বৈপ্লৱিক স্ৰোত সৃষ্টি কৰি হিন্দুৰ ধৰ্ম্ম আৰু সমাজৰ অনিষ্ট সাধন কৰিবলৈ যেন আগ নেবাঢ়ে। সমাজৰ সুধীবৃন্দৰ ওচৰতো আমাৰ সনিৰ্ব্বন্ধ অনুৰোধ, সিসকলে শাস্ত্ৰীয় বিধি-বাক্যৰ যথাৰ্থ মৰ্ম্ম উপলব্ধি নকৰাকৈ পিতৃ-পিতামহাদি পৰম্পৰা চলি অহা আৰু পূৰ্ব্বীয় সন্ত-সাধুসকলৰ দ্বাৰা প্ৰবৰ্ত্তিত আৰু আচৰিত ধৰ্ম্মাচাৰবিলাক পৰিত্যাগ কৰি সদ্যসুখদায়ক ভাবি বৈপ্লৱিক ঢৌৰ সোঁতত উটি যাবলৈ ইচ্ছা নকৰে যেন। ইতি—

শ্ৰীশ্ৰীআউনীআটীয় গোস্বামী।

# প্ৰকাশকৰ নিবেদন

হিন্দু-মাত্ৰৰে নিত্য-আৱশ্যকীয় আৰু জানিব-লগীয়া অশৌচ-পালন আৰু শ্ৰাদ্ধ-পিণ্ডাদি কৰ্ম্ম-বিষয়ৰ পুথি আমাৰ ভাষাত অতি কম। বৰ্ত্তমান এই বিষয়ে দুটি দল হোৱাত প্ৰতি গাঁৱতে ঘোৰ তৰ্ক-বিতৰ্কৰ সৃষ্টি হৈছে আৰু সেই কাৰণে এই বিষয়ে বেছি কথা জানিবলৈ উভয় পক্ষৰেই আগ্ৰহ বৃদ্ধি হোৱা দেখা গৈছে।

দুকালৰপৰা হোৱা দুটি দলৰ টনা-আঁজোৰাত যে অমৃত-মথন সম্ভৱ হৈছিল। "পণ্ডিতে পঢ়ে শাস্ত্ৰ মাত্ৰ সাৰ ভকতে লিয়ে"—(শ্ৰীশঙ্কৰদেৱ)। উভয় পক্ষৰে দোষ এৰি গুণ গ্ৰহণ কৰিব পাৰিলেই আমাৰ "সাৰ-গ্ৰাহী" ভকতীয় সমাজ উপকৃত হ'ব বুলি আমি আশা কৰোঁ।

শ্ৰীলশ্ৰীশ্ৰীযুক্ত আউনীআটীয় সত্ৰাধিকাৰ গোস্বামী-প্ৰভুৱে এই অভাজনক ছপাৰ আহি-কাকত চাই পুথিখনি প্ৰকাশ কৰিবলৈ ভাৰ দিছিল। অৱসৰৰ একান্ত অভাৱ আৰু শাৰীৰিক অসুস্থতাৰ কাৰণে ভালকৈ আহি-কাকত চাব নোৱাৰাৰ দোষত অনেক ঠাইত ছপাৰ ভুল থাকি গ'ল। ক্ষমাশীল পাঠকসকলে ত্ৰুটী মাৰ্জ্জনা কৰে যেন। ইতি—

যোৰহাট,
১৩ জেঠ, ১৮৭২ শক

সন্ত-ভক্তৰ সেৱাৰ্থী,
—মোহন—